# সূচী।



---

অৰিহণা

## ফ্ৰায়াৰ কোমি আৰু মৰা শ।

মোৰ ঘৰৰ পদূলিৰ পৰা অলপ আঁতৰতে এটা আচৰিত কথা শুনিব পালোঁ। কথাটো হৈছে এটা হাস্‌পাতালক আশ্ৰয় কৰি। "ফ্ৰায়াৰ কোমি" চহৰৰ এজন খ্যাতনামা ডাকুটৰ। তেওঁৰ এটা মৰা শৰ দৰকাৰ হৈছিল—কিবা পৰীক্ষাৰ কাৰণে। তেওঁ হাস্‌পাতালৰ প্ৰধান কৰ্মচাৰীৰ ওচৰলৈ গল—মৰা শ এটা বিচাৰি।

"আপুনি ঠিক সময়তেই আহিছে", কৰ্মচাৰীজনে কলে। ৪৬ নম্বৰ ঘৰত এজন দীঘল-ডাঙৰ ডেকা ৰোগী আছে; সি আৰু দুই তিনি ঘণ্টাৰ বেছি নিজীয়ে।"

"দুই-তিনি ঘণ্টা?", ফ্ৰায়াৰ কোমিয়ে সুধিলে। "তেনেহলে মোকতো ইমান সোনকালে নালাগে। মই আজি আন এখন চহৰলৈ যাম আৰু কালি গধূলি সাত বজাৰ আগে আহি নাপাওঁ।"

কৰ্মচাৰীজনে কলে, "বাৰু, সেইটো একো কথা নহয়। মই তাক আপোনাৰ কাৰণে আৰু এদিন ৰাখিবলৈ যথাসাধ্য যত্ন কৰিম। আপুনি যাব পাৰে।"

ক্ৰায়াৰ কোমি গুচি গল। প্ৰধান কৰ্মচাৰীজনে কম্‌পাউন্‌ডাৰক মাতি ৪৬ নম্বৰৰ ৰোগীজনক এটা ঔষধ দিব কলে। ঔষধটোৱে বৰ আচৰিত ৰকমে গুণ দিলে। ৰোগীজনে সেই দিনা ছয়-সাত ঘণ্টা নিৰ্বিঘ্নে শুলে। ৰাতিপুৱা কৰ্মচাৰীজন সেই ৰোগীটোৰ ওচৰলৈ গল; আৰু তাক বিচনাৰ ওচৰত বহি থাকা দেখিলে। গাত হাত দি চালে—গাত মুঠে তাপ নাই।

"আঃ দেউতা," ৰোগীটোৱে কলে; "আপুনি মোক কি অমৃত খুৱালে কব নোৱাৰোঁ; কিন্তু আপুনি মোক পুনৰ্জীৱন দান দিলে।"

"সঁচাকৈ নে?"

"সঁচা দেউতা, সেই ঔষধটো আৰু এবাৰ খালেই মই সম্পূৰ্ণ ভাল হম।"

"ওঁ; কিন্তু ক্ৰায়াৰ কোমিয়ে কি বুলিব?"

"আপুনি ক্ৰায়াৰ কোমিৰ বিষয়ে কি কৈছে?"

কৰ্মচাৰীজনে কলে—"একো নহয়, একো নহয়।" তেওঁৰ মুখত অলপ যেন নৈৰাশ্যৰ আভাস বিৰিঙি উঠিল।

ৰোগীজনে কলে, "দেউতা, আপোনাক কিয় বিমৰ্ষ যেন দেখি? মনে মনে আছে দেখোন। মই ভাল হোৱাত আপোনাৰ খং উঠিছে নে কি?"

"নহয়, নহয়, সেইবাবে নহয়।"

তথাপি কৰ্মচাৰীজনে ঘণ্টাই ঘণ্টাই ৰোগীটোৰ ওচৰলৈ যায় আৰু সোধে—"গা কেনে পাইছা?"

"আশাতীত ৰকমে ভাল, দেউতা!"



"যদি এনেই হয়, ক্ৰায়াৰ কোমিলৈ তোমাক ৰাখাত কৰিও আৰু বেচিকৈ তোমাৰ কাৰণে যত্ন কৰিব পাৰিলোঁহেতেন।"

পিচৰ ঘটনাটো হলগৈ এনেকুৱা—গধূলি ক্ৰায়াৰ কোমি পৰীক্ষা কৰিবলৈ আহিল; আৰু সুধিলে, "মোৰ মৰা শ কত?"

"আপোনাৰ মৰা শ? এতিয়া নাই।"

"নাই? ই আকৌ কেনে কথা?"

"সকলো আপোনাৰেই দোষ। আমাৰ মানুহজনে মৰিবলৈ বৰ ইচ্ছা কৰিছিল। আপোনাৰ কাৰণেই সি তাৰ মনৰ ইচ্ছা বদলি কৰিলে। তাৰ শাস্তি স্বৰূপে আপুনি এতিয়া বৈ থাকক। আপোনাক কালি আন ঠাইলৈ যাবলৈ কিহে পাইছিল? আপুনি যদি ইয়াতে থাকিলহেঁতেন, মই তাক সেই ঔষধটো কেতিয়াও নিদিওঁ আৰু সিও ভাল নহলহেতেন। তেতিয়া আপুনি নিৰ্বিঘ্নে আপোনাৰ পৰীক্ষা চলাব পাৰিলেহেঁতেন।"

ক্ৰায়াৰ কোমিয়ে কলে, "অ, এই কথা? বেচ্! বেচ্! একো কথা নাই। নিৰাশ হবলগীয়া এনে কোনো দুৰ্ভাগ্যৰ কথা হোৱা নাই। আৰু এটা মৰা শ নাপাওঁ মানে মই ৰবই লাগিব দেখিছোঁ।"

'Denis Diderot.

---

# জেনী।

## (১)

তেতিয়া আছিল গভীৰ ৰাতি। যদিও দুখীয়াৰ পঁজা, ভিতৰত গৰম আৰু আৰামৰ অভাৱ নাই। আধা আন্ধাৰ আধা পোহৰৰ ভিতৰেদি ভিতৰৰ বস্তুবিলাক অস্পষ্ট দেখি। একুৰা আধা নুমুৱা কাঠ খৰিৰ জুইৰ পোহৰে পঁজাটোৰ চালখন ৰঙচুৱা কৰি তুলিছিল। মাছমাৰা জাল এখন বেৰত ওলমি আছিল। এটা কোণাত বাঁহৰ চাঙৰ ওপৰত কেইটামান চৰু, কাঁহি, বাটি ইত্যাদি। এপিনে এখন ডাঙৰ চালপিৰা, তাৰ ওচৰতে দুখন সৰু সৰু খাট জোৰা দিয়া। খাটৰ ওপৰত এখন কথ পাৰি পাঁচটা সৰু সৰু লৰা-ছোৱালী শুই আছে। খাট খনৰ ওচৰত, খুটাত মূৰটো থৈ সিহঁতৰ মাক অকলে বহি আছে। বাহিৰত কলা সাগৰ, ধুমুহাত ফেনে-ফোটোকাৰে ওপচি পৰি গজি, ফুলি উঠিছে। এনে দুৰ্যোগত তাইৰ গিৰিয়েক সাগৰত।

সি আছিল জালোৱাৰ লৰা। কেচুৱাৰে পৰা তাৰ জীৱনটো সাগৰৰ ঢৌৰ লগত সদায় যুঁজ-বাগৰ কৰি থাকোঁতেই গৈছিল। সৰুৰ পৰা ডাঙৰ হল—সেই একে কাম কৰি। ধুমুহা, বতাহ, বৰষুণ কাতি কৰি সদায় সি মাছেই মাৰি আহিছে। অলপো তাৰ আলাহ নাই বা আলাহ কৰিবৰ সময় নাই। কাৰণ লৰা-ছোৱালীৰ পেট ভৰিবই লাগিব।



যেতিয়া সি তাৰ পাল তৰা নাওখনত উঠি সাগৰত অকলে অকলে তাৰ কাম কৰি থাকে, ঘৰত তাৰ ঘৈণীয়েকে তেতিয়া পুৰণা জালবিলাক গুঠে, ফটা পালবিলাকত তালি মাৰে, বা জুই-কুৰাৰ ওপৰত চানামাছৰ এখন আঞ্জা বহাই দি চাই থাকে। খাই-বৈ লৰা-ছোৱালীবিলাকে যেতিয়া শোৱে, তেতিয়া তাই আঠু কাঢ়ি সাগৰৰ ঢৌ আৰু আন্ধাৰৰ মাজত থকা তাইৰ গিৰিয়েকৰ মঙ্গল প্ৰাৰ্থনা কৰে।

সঁচাকৈয়ে তাৰ জীৱনটো বৰ দুখৰ।

সাধাৰণতে মাছ থাকা ঠাই আছিল এটা সৰু ঘুলি—তাৰ পঁজাটোৰ দুগুণমানতকৈ বেছি ডাঙৰ নহয়। ঘূলিটো আছিল বৰ আন্ধাৰ আৰু তৰ না দ ধৰিব নোৱাৰা। কিন্তু তথাপিও সি কৌশলেৰে ঢৌ কাটি, কুৱঁলি, আন্ধাৰ আৰু ধুমুহাৰ মাজেদি সেই ঠাই খিনি পাবই লাগিব। তাৰ ওচৰেদি ঢৌবিলাক ৰূপালি সাপৰ নিচিনা নিমিষে নিমিষে বাগৰি যায়, আন্ধাৰ যেন একেলগে গোট খাই বাগৰি ওফৰি পৰে, নাওৰ পাল কেইখন একেলগে সাবটা-সাবটি কৰি ভয়ত যেন গুমৰি উঠে। বৰফৰ নিচিনা ঠাণ্ডা সাগৰৰ মাজত সি তাৰ জেনীৰ কথা ভাবে; আৰু জেনীয়ে পঁজাৰ ভিতৰত তাৰ মঙ্গল প্ৰাৰ্থনা কৰে; তাইৰ চকু দুটা পানীৰে ভৰি পৰে।

তেতিয়া তাই গিৰিয়েকৰ কথা ভাবিছিল আৰু বোধ কৰোঁ ভগৱন্তৰ ওচৰত তাইৰ হৃদয়ৰ সকলোখিনি শুভ ইচ্ছা ঢালি দি স্বামীৰ মঙ্গল প্ৰাৰ্থনা কৰিছিল। সামুদ্ৰিক চৰাইবিলাকৰ

করুণ-কর্কশ চিঞৰ তাইৰ কাণত বৰ বেয়াকৈ বাজিছিল। প্ৰকাণ্ড ঢৌবিলাক শিলত খুন্দা খাই গৰ্জি উঠিছিল; আৰু প্ৰতিটো শব্দত তাই চঁক খাই উঠিছিল।

তাই ভাবিছিল, সিহঁতৰ দুখৰ কথা। সিহঁতৰ লৰা-ছোৱালী-বোৰে কি জাৰ, কি জহ, কোনো বতৰতে উপযুক্ত কাপোৰ-কানি পিন্ধিব নাপায়। সিহঁতে কেতিয়াও মিহি চাউলৰ ভাত খোৱা নাই; কেৱল মোটা ৰঙা চাউলৰ ভাত খায়েই পেটৰ ভোক গুচায়।

উঃ! হু-হুৱাই বতাহ আহিছে আৰু সাগৰৰ সিপাৰে তাৰ প্ৰতিধ্বনি উঠি এটা ভীষণ শব্দ উঠিছে। তাইৰ অন্তৰ ভয়তে কঁপি উঠিল। তাই ভাবিবলৈ ধৰিলে, তাইৰ নিচিনা আনবিলাক তিৰোতাৰ কথা, যাৰ গিৰিয়েকবিলাকে এই দুৰ্যোগত সাগৰৰ মাজত সৰু সৰু নাওত বহি মাছ মাৰিব ধৰিছে।

পিতা, মাতা, স্বামী, পুত্ৰ, কন্যা, ভাই, ভনী, যিবিলাক নিজৰ অতি আপোনাৰ জন, এনে ধুমুহাৰ মাজত তেওঁবিলাক সাগৰত থাকা জানিলে বা ভাবিলে মনত কিমান ভয় লাগে! কিন্তু জেনীৰ ভয় আৰু বেছি। কাৰণ তাইৰ গিৰিয়েক আছিল অকলসৰীয়া, তাৰ কোনো সহায় নাই। লৰা-ছোৱালীবিলাক এতিয়াও বৰ সৰু সৰু। তাই ভাবে, যদি তাইৰ লৰা-ছোৱালীবিলাক সিহঁতৰ পিতাকৰ সহায় হবৰ উপযুক্ত হৈ ডাঙৰ হলহেঁতেন! অন্ধ সপোন! সিহঁত যেতিয়া ডাঙৰ হৈ পিতাকক সহায় কৰিব পাৰা হব লগে লগে ধুমুহাৰ মাজত সাগৰলৈকো যাব! তাই হয়তো তেতিয়া সিহঁতক সেই অসহায় শিশু অৱস্থাতেই পাবলৈ বিচাৰিব।



(২)

জেনীয়ে লেমটো লৈ গাত এখন চাদৰ মেৰাই বাহিৰলৈ ওলাই গল—গিৰিয়েক উভতি আহিছে নে নাই চাবলৈ। সাগৰে বা কি মূৰ্তি ধৰি আছে—ধুমুহাৰ প্ৰলয়ঙ্কৰী মূৰ্তি এৰি শান্ত হৈছে নে নাই—দূৰৰ Light house ( সাগৰৰ মাজৰ ডাঙৰ পোহৰ ) টো এতিয়াও জ্বলি আছে নে নাই—কোনে জানে? দূৰ সীমান্তত কেৱল এটা দীঘল বগা ৰেখা দেখা যায়।

তেতিয়া বৰষুণ দিছে। জাৰৰ দিনৰ আন্ধাৰ দোকমোকালিত ঠাণ্ডা বৰষুণ! কোনো এটা পঁজাতে পোহৰ নাই।

হঠাৎ তাই চাই দেখে যে এটা ভাঙা জুপুৰি ঘৰৰ ভিতৰৰ পৰা চাকিৰে নে জুইৰে এটা ক্ষীণ পোহৰ আহিছে। বতাহত দুৱাৰখন দুলি আছে। ভাঙা ঘূণে ধৰা বাঁহৰ বেৰ কেইখনে কথমপিহে পঁজাটোৰ হালি পৰা ছাল কেইখন ধৰি আছে। বতাহত পঁচা খেৰবিলাক ছালৰ পৰা টঁহি পৰিছে।

"অ"—তাই ভাবিলে—"মই সেই বিধবাজনীৰ কথা একেবাৰে পাহৰি গৈছিলোঁ। সেইদিনা তাইৰ অসুখ দেখিছিলোঁ; এতিয়াই তাইৰ এবাৰ খবৰ কৰি আহোঁ—কেনে আছে।"

তাই সেই পঁজাটোৰ দুৱাৰত খুন্দিয়ালে; কিন্তু একো উত্তৰ নাপালে। ঠাণ্ডা বতাহত তাই কঁপিছিল।

"তাইৰ অসুখ হৈছিল। বেচেৰা সৰু সৰু লৰা-ছোৱালী দুটাই বা কি কি কৰিছে? দুখীয়া বিধবা দেহি!"—তাই আকৌ দুৱাৰত খুন্দিয়াই মাতিলে; কিন্তু সকলো নিমাত।

"ইঃ!" তাই কলে—"কেনে নিতাল মাৰি শুব পাৰে—ইমানতো সাৰ নাপায়।"

ঠিক সেই মুহূৰ্ত্ততে দুৱাৰখন আপোনা-আপুনি মেল খাই গল। তাই ভিতৰ সোমাল। হাতত থাকা লেমটোৱে ভিতৰখন পোহৰ কৰি তুলিলে। ছালৰ ফুটাই দি কলহৰ কাণে ঢালা দি বৰষুণৰ পানী পৰিছে। তাই দেখিলে—ঘৰৰ এচুকত এজনী তিৰোতা মানুহ গাত ফটা-কানি এখন মেৰাই অসাৰ হৈ চকু মুদি পৰি আছে। তিৰোতা জনী মৰিল! এসময়ত তাই আছিল সবল-সুস্থ সুখী মাক; আজি কেৱল এটা অসাৰ দেহা—দীঘল ক্লান্তিকৰ সাংসাৰিক যুজ-বাগৰৰ পিচত মানুহৰ শেষ পৰিণাম!

মাক যত শুই আছিল তাৰ ওচৰৰ এখন সৰু বিচনাত দুটা অকণ অকণ লৰা-ছোৱালী একেলগে শুই আছে। সপোনত সিহঁতে মিচিকিয়াই হাঁহি উঠিল। সিহঁতৰ মাকে, যেতিয়া তাই বুজিব পাৰিছিল মৰিব বুলি, তাইৰ চাদৰখনে দি সিহঁতৰ গা দুটা ঢাকি দি, তাই নিজে ঠাণ্ডা পৰি সিহঁতক গৰম ৰাখিবৰ চেষ্টা কৰিছিল।

ভাঙা বিচনাখনৰ ওপৰত সিহঁত বৰ শান্ত আৰু গভীৰ ভাৱে শুইছে। একোৱেই যেন এই অনাথ মাউৰা লৰা-ছোৱালী দুটাৰ টোপনি ভাঙিব নোৱাৰে। বাহিৰত ধাৰাসাৰে বৰষুণ দিছে; সাগৰৰ পৰা এটা বি-ৰিয়া শব্দ আহিছে। ভাঙা-ফুটা ছালখনৰ ভিতৰেদি ভিজা বতাহ ভিতৰলৈ সোমাইছে।



এটোপা পানী পৰি মৰা মানুহজনীৰ গালৰ ওপৰেদি বৈ গল—ঠিক চকুপানীৰ নিচিনা।

* * *

জেনীয়ে মৰা বিধবাজনীৰ ঘৰৰ ভিতৰত কি কৰিছিল? তাই তাইৰ চাদৰখনৰ তলত কি লৈ গৈছিল? তাইৰ বুকুখনে কিয় টিপ টিপ কৰে? কঁপা ভৰিৰে তাই লৰালৰি কৰি নিজৰ ঘৰলৈ খোজ লৈছে—পিচলৈ ঘূৰি চাবৰ সাহ নাই। তাই নিজৰ ঘৰৰ ভিতৰত আঠুৱাখন ডাঙি বিচনাত কি থলে? তাই কি চুৰ কৰি আনিলে?

তাই যেতিয়া পঁজাৰ ভিতৰ সোমাল, তেতিয়া দূৰৰ পাহাৰৰ টিঙ পোহৰ হব ধৰিছে। তাই বিচনাৰ ওচৰতে পীৰা এখনত বহিল। মুখখন শেঁতা পৰি গল—যেন কিহবাৰ বাবে অনুশোচনা আহিছে। তাই গাৰুটোৰ ওপৰত মূৰটো থৈ নিজে নিজে বকিব ধৰিলে। বাহিৰত সাগৰেও তেতিয়া গুমৰিব ধৰিছে।

"তেওঁ যেতিয়া আহিব—কি কব? এনেয়ে কষ্টত ঠাই নাই। মই কি কৰিলোঁ? আমাৰ পাঁচটা লৰা-ছোৱালীৰ পোহপাল আছেই। সিহঁতৰ পিতাকে কেৱল খাটে, তথাপি অৱস্থা স্বচ্ছল নহয়। মই আৰু দুটা আনিলোঁ। তেওঁ আহিল নে কি? নহয়—একো নাই। তেওঁ আহি মোক গালি পাৰিলে বা মাৰিলেই ঠিক হয়। মই ভুল কৰিলোঁ। আহিলেই নে কি? নহয়। নাহে মানেই ভাল। দুৱাৰখন এনেয়ে জোকাৰ খাইছে। তেওঁ ঘৰলৈ

আহিলে মোৰ ভয় লাগে—এনে কথা ভাবিবও আচৰিত যেন লাগিছে।”

তাই কঁপি কঁপি ভাবিব ধৰিলে। বাহিৰত একোলৈকে তাইৰ মন নাই। প্ৰকাণ্ড কলা চৰাইবিলাক তাইৰ ঘৰৰ ওচৰেদি সাঁ সাঁ কৰি উৰি গল, সাগৰ আৰু বতাহে ভীষণ গৰ্জন কৰিলে। একোবেই তাইৰ কাণত নোসোমাল।

অলপ পিচতেই দুৱাৰখন মেলা গল। লগে লগে ৰাতিপুৱাৰ এটুকুৰা বগা পোহৰে ভিতৰখন পোহৰ কৰি তুলিলে। ভিজা জালখন চোচোৰাই লৈ তাইৰ গিৰিয়েক আহি দুৱাৰ মুখত ঠিয় হল; আৰু এটা হাঁহি মাৰি কলে—“জালোৱা আহি পালে।”

“তুমি”—জেনী চিঞৰি উঠিল আৰু তাই তাক সাবটি ধৰি মুখখন তাৰ ফটা চোলাটোৰ ওপৰত থলে।

“মই আহিলোঁ।”—সি কলে। জুইৰ পোহৰত তাৰ সৰল ধীৰ মুখখন জিলিকি উঠিল;—যিখন মুখ জেনীৰ চাই চাইও হেপাহ নপলায়।

“আজি বৰ বেয়া দিন”—সি কলে।

“কেনে বতৰ আছিল ?”

“ভয়ানক”।

“মাছ কিমান পালা ?”

এটাও নাই; কিন্তু তাৰ বাবে দুখ নাই। মই তোমাক আকৌ মোৰ বাহুৰ মাজত পাইছোঁ—মই সম্পূৰ্ণ তৃপ্ত। মাছ



এটাও ধৰিব নোৱাৰিলোঁ; কেৱল জালখন ফালিলোঁ। আজি ৰাতি বৰ বেয়া বতাহ আছিল। ধুমুহাত মই এবাৰ নাওখন তললৈ যোৱা বুলিয়ে ভাবিছিলোঁ। নাওৰ শিকলি ডাল চিঙি গল। তুমি ইমান সময় কি কৰিছিলা ?”

আন্ধাৰত জেনীৰ গাটো অলপ শিয়ঁৰি উঠিল। “মই”—তাই থতমত খাই কলে—“একো নাই কৰা; আগে-পিচে যি কৰোঁ সেয়েই। মই চিলাই কৰিছিলোঁ আৰু সাগৰৰ গাজনি শুনি ভয় কৰিছিলোঁ।”

“হয়,—জাৰৰ দিন কেইটা বৰ বেয়া; কিন্তু এতিয়া আৰু ভাবি একো কাম নাই।”

তাৰ পাচত কঁপি কঁপি তাই যেন এটা বৰ দূষণীয় কথা কবহে ধৰিছে—তেনেকৈ কব ধৰিলে।

“আমাৰ ওচৰত থাকা বিধবাজনী মৰিল। তাই বোধ কৰোঁ কালি ৰাতি তুমি আহাৰ পিচতেই মৰিছে। তাই দুটা সৰু সৰু লৰা-ছোৱালী এৰি গৈছে। এটাৰ নাম উইলিয়াম আৰু এটাৰ নাম মেডেলিন্। লৰাটোৱে কোনো মতে খোজ কাঢ়িব পাৰে আৰু ছোৱালীজনীয়ে আঠু কাঢ়ি ফুৰে। বেচেৰী মানুহজনী বৰ দুখত পৰিছিল।”

তাৰ মুখখন গহীন হৈ গল। বতাহ বৰষুণত ভিজা মূৰত বান্ধা কাপোৰখন এচুকত দলিয়াই থৈ মূৰটো খজুৱাই সি কলে—“আমাৰ পাঁচটা লৰা ছোৱালী আছেই; এতিয়া সাতোটা হল। বতাহ বৰষুণৰ দিনত আমি প্ৰায় এসাজ নোখোৱাকৈয়ে থাকোঁ।

এতিয়া আমি কি কৰিব পাৰোঁ ? বাঃ ! এইটোতো মোৰ দোষ নহয়—ভগৱন্তৰ ইচ্ছা। এইবিলাক মোৰ কাৰণে বৰ গভীৰ কথা। ঈশ্বৰে সিহতঁৰ মাকক কিয় মাৰি নিলে ? এইবিলাক কথা বুজা বৰ টান। এইবিলাক কথা বুজিবৰ হলে পণ্ডিত হব লাগে। অকণ অকণ লৰা-ছোৱালী দুটা ! তুমি যোৱা, সিহঁতক লৈ আহা। সিহঁতে যদি সাৰ পাইছে, তেনেহলে অকলে অকলে মৰা মাকৰ লগত থাকি নিশ্চয় বৰ ভয় খাইছে। আমি সিহতঁক আমাৰ লৰা-ছোৱালীৰ লগতে ডাঙৰ-দীঘল কৰিম। সিহতোঁ আমাৰ লৰা-ছোৱালীৰ ভাই-ভনী হব। যেতিয়া ঈশ্বৰে দেখিব যে, আমাৰ নিজৰ বাহিৰেও এই অনাথ লৰা-ছোৱালী দুটিক পোহপাল দিব লাগে, তেতিয়া তেওঁ নিশ্চয় আমাক বেছি মাছ ধৰিব পাৰা শক্তি দিব। আৰু মই—মই তেতিয়া পানী খাই থাকিম আৰু বেছি পৰিশ্ৰম কৰিম। তেতিয়া সকলো হব ? যোৱা, সিহঁতক লৈ আহাগৈ। কিন্তু তোমাৰ কি হল ? ভয় খাইছা নে কি ? তুমিতো সদায় সকলো কাম বৰ লৰা-লৰিকৈ কৰা। তোমাৰ কি হৈছে ?”

তাৰ ঘৈণীয়েকে আঠুৱাখন তুলি দিলে।

তাই কলে “চোৱা।”

“Victor Hugo”

---

# যৌতুক।

মেট্ৰিচিমন লিক্ৰুমেণ্ট আৰু মেডাম ইচিলজিন কৰডিয়াৰৰ বিয়া হোৱাত কোনেও অলপো আচৰিত হোৱা নাছিল। মেট্ৰি-লিক্ৰুমেণ্টে মেট্ৰি-পাপিলনৰ ব্যৱসায় কিনি লৈছিল, আৰু স্বভাৱতেই তেওঁ তাৰ বাবে ধনো দিব লাগিছিল। মেডাম ইচেলিজিন কৰডিয়াৰৰ নগদ তিনি লক্ষ ফ্ৰঁ। আৰু তাৰ বাহিৰেও ঘৰ-বাৰী আৰু আন সম্পত্তি আছিল।

মেট্ৰি-লিক্ৰুমেণ্ট দেখনীয়াৰ মানুহ আছিল। তেওঁ ধুন-পেচ মাৰি ভাল পাইছিল। যদিও ৰুচিসঙ্গত নহয়, তথাপি তেওঁ ধুন-পেচ মাৰিছিল। বাউটিগিনি-লি-ৰিবাউচত এনে ধুন-পেচ মৰা মানুহ বিৰল।

জিন্ কৰডিয়াৰ উজ্জ্বল ধুনীয়া ছোৱালী আছিল। যদিও অতি সুন্দৰী নাছিল তথাপি তেওঁ ধুনীয়া আছিল। তেওঁক দেখিলে তেওঁক পাবলৈ ইচ্ছা হয়।

বিয়াখন বাউটিগিনিত বৰ ধুমধামকৈ হৈ গল। সকলোৱে নব দম্পতিক প্ৰশংসা কৰিলে। বৰকইনা বিয়া হৈ যোৱাৰ পিচত লৰালৰিকৈ ঘৰলৈ গল ; আৰু কেইদিনমান পিচত পেৰিচত কেটামান দিন কটাই আহাৰ স্থিৰ কৰিলে। মেট্ৰি-লিক্ৰুমেণ্টে তেওঁৰ নব পৰিণীতা পত্নীক বৰ কোমল আৰু সুন্দৰ ব্যৱহাৰ কৰিছিল। তেওঁ সদায় কৈছিল—“যি অপেক্ষা কৰে, তাৰেই সকলো হয়।” তেওঁ একে সময়তে ৰোগী আৰু সবল-সুস্থ

মানুহ হবও জানিছিল। তেওঁৰ উন্নতিও বৰ সোনকালে দেখা গৈছিল।

চাৰি-পাঁচ দিন পাচত মেডাম ইচাৰেল জিনৰ গিৰিয়েকৰ প্ৰতি আসক্তি জন্মিল। তেওঁ গিৰিয়েকক নেদেখিলে থাকিব নোৱাৰা হল। তেওঁ গিৰিয়েকৰ আঠুত বহে আৰু কয়—"চকু মুজা আৰু মুখখন হা কৰি মেলা।" গিৰিয়েকে মুখখন হা কৰি মেলে আৰু চকু দুটা আধা মুজা আধা মেলাকৈ থাকে। জিনে যেতিয়া তেওঁৰ মুখত ফল-তল কিবা এটা ভৰাই দিয়ে, তেওঁ ঘৈণীয়েকৰ আঙুলিত কামুৰি ধৰে। তাৰ পাচত জনে তেওঁক এটা দীঘল সুন্দৰ চুমা দিয়ে আৰু তেওঁৰ গোটেই শৰীৰত এটা পুলকৰ শিহৰণ লাগি যায়। তেওঁ নিজেও ঘৈণীয়েকক পুৱাৰ পৰা ৰাতিলৈকে আৰু ৰাতিৰ পৰা পুৱালৈকে সন্তুষ্ট ৰাখিবলৈ কোনো ত্ৰুটি নকৰে।

প্ৰথম সপ্তাহ যেতিয়া শেষ হৈ গল, তেওঁ তেওঁৰ ঘৈণীয়েকক কলে—"যদি তুমি ইচ্ছা কৰা, আমি মঙলবাৰে পেৰিচলৈ যাম। আমি খুব ভালকৈ থাকিম। ৰেষ্টুৰাঁত খাম, থিয়েটাৰ নাচ গান চাবলৈ যাম।"

ঘৈণীয়েকে আনন্দত নাচিবই খোজে। "অ নিশ্চয়, নিশ্চয়, যিমান সোনকালে সম্ভৱ হয় আমি যাব লাগে।"

মেট্ৰি-লিব্ৰুমেণ্টে আকৌ কলে—

"আৰু আমি একো কথাকে পাহৰা উচিত নহয়। তোমাৰ



পিতাৰাক তোমাৰ যৌতুকখিনি সাজু কৰি ৰাখিব কবা। মই এইবাৰ মেট্ৰি পাপিলনক টকাখিনি দি আহিম।"

ঘৈণীয়েকে কলে,—

"বাৰু, মই কালি ৰাতিপুৱা তেওঁক কম।"

তাৰ পাচত তেওঁ আকৌ এবাৰ ঘৈণীয়েকক বাহুৰে মেৰাই লৈ তেওঁক আদৰ কৰিব ধৰিলে—এনেবিলাক আদৰ ঘৈণীয়েকে যোৱা সপ্তাহ ব্যাপি বৰ আনন্দেৰে উপভোগ কৰি আহিছে আৰু ভালো পায়।

তাৰ পাচৰ মঙলবাৰে, শাহুয়েক আৰু শহুৰেকে তেওঁলোকৰ জী-জোৱাঁইক আগবঢ়াই থবলৈ ষ্টেচনলৈ আহিল আৰু তেওঁলোকে পেৰিচলৈ যাত্ৰা কৰিলে।

শহুৰেকে কলে—"মোৰ কথা শুনা। ইমানবিলাক টকা চোলাৰ জেপত লৈ যোৱা নিৰাপদ নহয়।"

ডেকা ব্যৱসায়ী লিব্ৰুমেণ্টে অলপ হাঁহি কলে, "আপুনি নাভাবিব। এনেকৈ টকা লগত নিয়া মোৰ অভ্যাস আছে। কাৰণ আপুনি জানে, মোৰ নিচিনা ব্যৱসায়ীয়ে কেতিয়াবা এক-দেৰ লাখ টকাও লগত লৈ যাব লগীয়া হয়। এনেকুৱা কৰিলে আমাৰ অন্ততঃ বহুত সময় আৰু কাগজ বন্ধা ৰঙা ফিতা লাভ হয়। আপোনাৰ চিন্তাৰ কাৰণ নাই।"

কনডাক্টৰ জনে চিঞৰিব ধৰিলে—

"পেৰিচ যাত্ৰীসকল গাৰীত উঠক।"

তেওঁ লোক এখন গাৰীত উঠিল। তাত দুজনী বুঢ়ী মানুহ আগৰ পৰাই বহি আছিল।

লিক্রুমেণ্টে ঘৈণীয়েকৰ কাণে কাণে কলে—"কি মস্কিল', মই চিগাৰেট খাব নোৱাৰিম।"

ঘৈণীয়েকেও লাহে লাহে কলে—"মোৰো দিগদাৰ লাগিছে ; কিন্তু তুমি চিগাৰেট খাব নোৱাৰা বাবে নহয়।"

বাঁহী বাজি উঠিল আৰু ৰেল চলিব আৰম্ভ কৰিলে। মাত্র এঘণ্টাৰ বাট। এই এঘণ্টা সময় তেওঁলোকৰ কোনেও বেছি কথা-বতৰা কোৱা নাছিল, কাৰণ সেই বুঢ়ী মানুহ দুজনী জাগি আছিল।

তেওঁলোকে যেতিয়া চেণ্ট লামাৰ ষ্টেচন পালে, মেট্রি-লিক্রুমেণ্টে ঘৈণীয়েকক কলে—"বলা আমি প্রথমতে বাউলভাৰ্দ'ত গৈ অলপ কিবা খাই লওঁ ; তাৰ পাচত আহি আমাৰ বাকচ-পত্র লৈ হোটেললৈ যাম।"

ঘৈণীয়েকো তৎক্ষণাৎ ৰাজী হল। "হয় আমি ৰেষ্টুৰাঁতে খাই লওঁ। বহুদূৰ নে কি?"

"হয়, বেচ অলপ দূৰ হব। কিন্তু আমি বাচ ধৰিম।"

ঘৈণীয়েক অলপ আচৰিত হল—"বাচ কিয়? গাৰী এখন নোলোৱা কিয়?"

তেওঁ হাঁহি অলপ ভৰ্ৎসনাৰ সুৰত কলে—

"এনেকৈ তুমি ধন ঘটিব খুজিছানে? এখন গাৰীত পাঁচ



মিনিট উঠি প্রতি মিনিটত ছয় চু ভৰিব লাগিব ; বাচত তোমাৰ একো লোকচান বা কষ্ট নহয়।"

"ঠিক হয়"—ঘৈণীয়েকে অলপ অপ্রস্তুত হৈ কলে।

এখন ডাঙৰ বাচ আলি বাটেদি লাহে লাহে গৈ আছিল। লিক্রুমেণ্টে চিঞৰি মাতিলে—"কন্‌ডাক্‌টৰ, কন্‌ডাক্‌টৰ।"

প্রকাণ্ড গাৰীখন ৰৈ গল। লিক্রুমেণ্টে ঘৈণীয়েকক ভিতৰলৈ ঠেলি দি কলে—"ভিতৰলৈ যোৱা, মই ওপৰত বহিম। দুপৰীয়া খোৱাৰ আগতে অন্ততঃ এটা চিগাৰেট খাব পাৰিলেও হয়।"

উত্তৰ দিবলৈ ঘৈণীয়েকৰ সময় নাছিল। কন্‌ডাক্‌টৰজনে তেওঁক গাৰীৰ ভিতৰলৈ তুলি আনি এখন বেঞ্চত বহুৱাই দিলে। বেঞ্চত বহি তেওঁ পিচলৈ ঘূৰি চাই গিৰিয়েকক ওপৰলৈ উঠি যোৱা দেখিলে; আৰু নিজে এজন শকত মানুহ আৰু এজনী তিৰোতাৰ মাজত নিস্তব্ধ হৈ বহি থাকিল। মানুহজনৰ মুখৰ পৰা কেৱল ধঁপাতৰ গোন্ধ আহিছিল আৰু তিৰোতাজনীৰ মুখত মদৰ উগ্র গন্ধ পোৱা হৈছিল।

গাৰীৰ ভিতৰত সকলোটি নীৰব আৰু সুস্থিৰ হৈ বহি আছিছিল —এটা কাম কৰা লৰা, এজনী ছোৱালী, এটা সৈন্য, মূৰত এটা মস্ত টুপিৰে সৈতে চকুত সোণৰ ফ্রেমৰ চচ্‌মা পিন্ধা এজন ভদ্রলোক আৰু দুগৰাকী মহিলা। মহিলা দুগৰাকীৰ মুখত আত্মতুষ্টিৰ ভাৱ আৰু চকুত কটমটীয়া দৃষ্টি—তেওঁলোকে যেন কব খোজে—"আমি এই গাৰীত আহিছোঁ ; কিন্তু এনে গাৰীত আমি নুফুৰিলেও হয়।" দুগৰাকী আশ্রমৰ মহিলা কৰ্মচাৰী

আৰু এজন ঠিকাদাৰ। সকলোকে মিলাই ভাৱনাৰ ভাৱৰীয়া যেন দেখা গৈছিল।

গাৰীৰ জোকাৰণিত জোকাৰ খাই আটাইকেইজন যাত্ৰী যেন অবশ হৈ পৰিছিল। সকলোবিলাককে টোপনি যোৱা টোপনি যোৱা যেন দেখা গৈছিল।

জিনে লৰচৰ নকৰাকৈ নিতাল মাৰি বহি আছিল। "তেওঁ কিয় মোৰ লগত নবহিল"—তেওঁ নিজে নিজে ভাবিব ধৰিলে। তেওঁৰ মনত অলপ দুখ লাগিল। সঁচাকৈয়ে লিক্ৰমেণ্টে তেনে কৰিব নালাগিছিল।

আশ্ৰমৰ মহিলা কৰ্মচাৰী দুগৰাকীয়ে কন্‌ডাক্‌টৰক গাৰী ৰাখিবলৈ ইঙ্গিত কৰিলে; আৰু তেওঁলোক এজন এজনকৈ নামি গল। অলপ সময় গৈ গাৰীখন আকৌ ৰল। এজনী ৰান্ধনী গাৰীত উঠিল। তাই বহিল আৰু লগৰ টোপোলাটো কোলাত তুলি ললে। তাই বহা মাত্ৰকে গাৰীখন কেঁচা মাছৰ গোন্ধেৰে ভৰি পৰিল।

"মই যিমান ভাবিছিলোঁ, তাতকৈও দেখিছোঁ দূৰ"—জিনে ভাবিলে।

ঠিকাদাৰজন উঠি গল আৰু এটা কচোৱান আহি বহিল। সি সোমাওঁতে যেন গোবৰৰ গোন্ধ ওলাল।

জিনৰ বৰ বেয়া লাগিল। বমি আহিবৰ ভাব হল; আৰু বৰ ডাঙৰ ডাঙৰকৈ কান্দিবৰ মন গল।



কিছুমান মানুহ নামিছে আৰু নতুন মানুহ উঠিছে। গাৰীখন অসংখ্য ৰাস্তাৰ ভিতৰেদি যাব ধৰিলে; কেতিয়াবা ৰয় আৰু যাব আৰম্ভ কৰে।

"কিমান দূৰ ৰেষ্টুৰাঁটো" জিনে ভাবিলে। "তেওঁ টোপনি যোৱা নাইতো। যোৱা কেটামান দিনৰ পৰা তেওঁ বৰ ভাগৰি আছে।"

লাহে লাহে সকলোবিলাক যাত্ৰীয়েই নামি গল। তেওঁ অকলে থাকিল। কন্‌ডাক্‌টৰ জনে চিঞৰি কলে—"ভঁজিৰাৰ্দ।"

তেওঁক লৰচৰ নকৰা দেখি আকৌ কলে—"ভঁজিৰাৰ্দ।"

জিনে তালৈ চাই বুজিলে যে, তেওঁকে উদ্দেশ্য কৰি কৈছে। কাৰণ গাৰীত আৰু মানুহ নাই। মানুহজনে তৃতীয়বাৰ কলে —"ভঁজিবাৰ্দ।"

জিনে সুধিলে—"আমি কত।"

কন্‌ডাক্‌টৰ জনে টান কৰি কলে—"আমি ভঁজিবাৰ্দ পাইছোঁ। মই আধা ঘণ্টাৰ পৰা তাকে চিঞৰি আছোঁ।"

"এইখিনি ঠাই বাউলভাৰ্দৰ পৰা দূৰ নেকি ?"

"কি বাউলভাৰ্দ ?"

"বাউলভাৰ্দ দি ইটালি-এন্‌চ।"

"আমি সেই ঠাই কেতিয়াবাই এৰি আহিছোঁ।"

"তুমি মোৰ স্বামীক কবা নে ?"

"তোমাৰ স্বামী কোন ? তেওঁ কত।"

"ওপৰতালাত আছে।"

"ওপৰত! ওপৰত কেতিয়াবাৰে পৰা কোনো নাই।"

তেওঁৰ ভয় লাগিব ধৰিলে। "কি! অসম্ভৱ! তেওঁ মোৰ লগতে উঠিছে। ভালকৈ চোৱা। তেওঁ তাত আছেই।"

কন্‌ডাক্‌টৰে অভদ্ৰামি আৰম্ভ কৰিলে।

"উঠা, উঠা, তুমি বহুত কথা কলা। তুমি এজনহে হেৰুৱাইছা—তাৰ ঠাইত আৰু দহ জন পাবা। এতিয়া উঠি যোৱা। তুমি কৰবাত আৰু এজন পাবা।"

তেওঁৰ চকুলৈ পানী আহিল। আকৌ কলে—"কিন্তু মঁচিয়ে, তোমাৰ ভুল হৈছে। মই ঠিক কৈছোঁ, তুমি ভুল কৰিছা। তেওঁৰ হাতত এটা ডাঙৰ কাগজৰ টোপোলা আছিল।"

মানুহজনে হাঁহিব ধৰিলে—"ডাঙৰ কাগজৰ টোপোলা। অ হয়! হয়! তেওঁ মেডেলিনত নামি গৈছে। তোমাৰ পৰা তেওঁ মুক্তি পালে। বেচ, বেচ, হাঃ হাঃ হাঃ!"

জিন গাৰীৰ পৰা নামি গল। গাৰীখনৰ ওপৰলৈ ব্যগ্ৰদৃষ্টিৰে চালে। সঁচাকৈয়ে ওপৰতালা একেবাৰে খালি।

তাৰ পাচত তেওঁ কান্দিব ধৰিলে আৰু কোনোবাই যে তেওঁলৈ চাব বা তেওঁৰ কথা শুনিব সেই বিলাকলৈ মন নকৰি ডাঙৰ ডাঙৰকৈ কব ধৰিলে—"মোৰ এতিয়া কি হব?"

এজন ইনস্পেক্টৰ আহিল—"কি হৈছে?"

কন্‌ডাক্‌টৰজনে ঠাট্টা কৰি কলে—"এওঁক স্বামীয়ে এৰি থৈ গৈছে। তেওঁ এই গাৰীতে একেলগে আহিছিল!"



আন এজনে কলে—"অ সেইটো একো নহয়। তুমি তোমাৰ ব্যৱসায় কৰি যোৱা।" তাৰ পাচত তেওঁ গুচি গল।

জিনে এপিনে চিধা যাব ধৰিলে—বলিয়াৰ দৰে। তেওঁৰ কি হৈছে, তাকো যেন কব নোৱাৰে। তেওঁ কলৈ যাব? কি কৰিব? গিৰিয়েকৰেই বা কি হল? তেওঁ এনেকুৱা ভুল কেনেকৈ কৰিলে? ঘৈণীয়েকৰ কথা কিয় পাহৰিলে?

তেওঁৰ লগত দুই ফ্ৰাঁ আছিল। তেওঁ কলৈ যাব পাৰে? হঠাৎ তেওঁৰ, খুৰাকৰ পুতেক বেৰেলৰ কথা মনত পৰিল। বেৰেল নেভিৰ অফিচত এচিষ্টেণ্টৰ কাম কৰিছিল।

জিনৰ হাতত এখন গাৰী ভাৰা কৰিবৰ জোখাৰে পয়চা যথেষ্ট আছিল। তেওঁ এখন গাৰীত উঠি বেৰেলৰ ঘৰলৈ গল। বেৰেল অফিচলৈ যাব ওলাওঁতেই তেওঁ গৈ পালেগৈ। তেওঁৰ হাততো লিক্ৰুমেণ্টৰ নিচিনা ডাঙৰ কাগজৰ টোপোলা আছিল।

জিন গাৰীৰ পৰা জাপ মাৰি নামিল—

"হেনৰি!" তেওঁ চিঞৰি মাতিলে।

বেৰেল অবাক হৈ ৰল। "জিন! ইয়াত—একেবাৰে অকলে? তুমি কি কৰিছা? কৰপৰা আহিলা?"

জিনৰ চকু পানীৰে ভৰি পৰিল। ভাঙা ভাঙা মাতেৰে কলে—"মোৰ স্বামী হেৰাইছে।"

"হেৰাইছে? কত?"

"এখন বাচত আহোঁতে।"

"বাচত ?"

কান্দি কান্দি জিনে তেওঁক সকলো কথা কলে।

তেওঁ শুনিলে, ভাবিলে আৰু সুধিলে—"আজি ৰাতিপুৱা তেওঁৰ মন ভালে আছিল নে ?"

"আছিল।"

"ভাল। তেওঁৰ লগত বহুত ধন আছিল নে কি ?"

"হয়। তেওঁৰ লগত মোৰ যৌতুক আছিল।"

"তোমাৰ যৌতুক ? গোটেইখিনি ?"

"হয়, গোটেইখিনি—তেওঁ তেওঁৰ ব্যৱসায় কিনা ধাৰ মাৰিবলৈ গোটেইখিনি আনিছিল।"

"জিন, তোমাৰ গিৰিয়েৰা এতিয়া মহা ফূৰ্তিৰে বেলজিয়ামৰ ৰাস্তাত।"

জিনে বুজিব নোৱাৰিলে। বাৰে বাৰে সুধিব ধৰিলে—

"মোৰ স্বামী তুমি কোৱা……"

"মই কওঁ যে, তেওঁ তোমাৰ যৌতুকৰ টকা লৈ পলাইছে। বচ্ শেষ।"

জিন তাতে ঠিয় হৈ ৰল। মনলৈ বহুত ভাৱ আহিব ধৰিলে। শেষত উচুপি উচুপি কলে—

"তেন্তে তেওঁ—তেওঁ এটা পাপিষ্ঠ।"

উত্তেজনাত অজ্ঞান হৈ তেওঁ তেওঁৰ ককায়েকৰ গাত ঢলি পৰিল আৰু উচুপিব ধৰিলে।



মানুহে তেওঁলোকক বৈ বৈ চাইছিল। বেৰেলে তেওঁক ভিতৰলৈ নি ওপৰ তালালৈ লৈ গল। তেওঁৰ হতভম্ব চাকৰাণী-জনীয়ে দুৱাৰখন খুলি দিলে। তেওঁ হুকুম দিলে—

"চোফি, ৰেষ্টুৰাঁলৈ দৌৰা আৰু দুজনৰ জোখাই খোৱা লৈ আহা। মই আজি অফিচলৈ নাযাওঁ।"

"Guy De Maupassant"

---

# এপিয়লা চাহ।

## (১)

বহুদিনৰ কথা নহয়, তেতিয়া অপৰটোৰ পৰা ৰিগোৱালৈ অহা-যোৱা কৰিব লাগিলে কিছু ৰাস্তা গাৰীত আৰু কিছু ৰাস্তা ৰেলত যাব লাগিছিল।

ছয়টা প্ৰকাণ্ড তেজী ঘোৰাৰ গাৰীখন অপৰটো ষ্টেচনত শেষৰ যাত্ৰীবিলাকৰ কাৰণে ৰৈ আছিল। গাৰীখনৰ ভিতৰত এটা অসন্তোষজনক গোলমাল উঠিছিল। কিছুমানৰ বহিবলৈ ভাল ঠাই নোপোৱাত আপত্তি, কিছুমানৰ হয়তো মাল-বস্তু ঠিক কৰি লব নোৱাৰাত খুঁহুহুঁহ ইত্যাদি। কুলিবোৰৰ চিঞৰ-বাখৰ আৰু দৌৰাদৌৰিও তাৰ লগত মিলি গোলমাল আৰু বেছি কৰি তুলিছিল।

দুৱাৰৰ ওচৰতে এজন ডেকা মানুহ বহি আছিল। তেওঁ আগে-ভাগেই আহি বহি আছে আৰু নিজৰ মাল-পত্ৰও ভালকৈ গোটাই-পিটাই ৰাখিছে। গোটাইখিনি ঠাইতে মানুহ আছিল, কেৱল ডেকাজনৰ সমুখত এডোখৰ ঠাই খালি আছিল। বোধ হয়, কাৰবাৰ কাৰণে ৰিজাৰ্ভ কৰি ৰাখিছিল, তেওঁ আহাত পলম হৈছে। গাৰোৱানে আহি ঘোৰাৰ লাগামত ধৰিলে আৰু গাৰ্ডে ঘাণ্টি বজাব আৰম্ভ কৰিলে।



হঠাৎ এজন শকত মানুহ হালি-জালি ছাতা এটা মূৰত লৈ গাৰীখনৰ পিনে দৌৰি আহা দেখা গল। তেওঁৰ পাচে পাচে দুটা কুলি মাল-পত্ৰ লৈ দৌৰিছে। মানুহজনে হেফাঁই-ফেফাঁই লৰি আহিছে।

ঘাণ্টিটো বজাব যাওঁতেই বাধা পাই গাৰ্ডজনৰ অলপ খং উঠিল। কুলিবিলাকে মাল-বস্তুবিলাক ঠেলি-হেঁচি তুলি দিলে। শকত মানুহজন গাৰীত উঠিল। তেওঁ তেওঁৰ ছাতাটো আৰু প্ৰকাণ্ড পানী-কোটটো থবলৈ কোনোমতেহে অলপ জাগা পালে।

গাৰ্ডে ঘাণ্টি বজালে। ঘোৰা কেইটাও অপৰটোৰ শিলৰ ৰাস্তাৰ ওপৰেদি খট্-খট্াই মিনুহোফুৰো লাইনৰ ৰেলৰে ষ্টেচনলৈ বুলি খোজ ললে। শকত মানুহজনক কিহবাৰ কাৰণে বৰ ব্যস্ত হোৱা যেন দেখাইছিল। নিজৰ ঠাইত তেওঁ উচপিচাই বহি আছিল। অৱশেষত তেওঁৰ সমুখত থাকা ডেকা মানুহজনৰ চকুত তেওঁৰ চকু পৰিল। ডেকাজনৰ নাম যোৱা-ডি-চুচা।

তেওঁ কলে—“বৰ বেয়া কথা হল, মহাশয়; মই মোৰ চাহ পিয়লা খাই আহিব নোৱাৰিলোঁ।”

যোৱা-ডি-চুচাই একো উত্তৰ নিদিলে, কিন্তু শকত মানুহজনলৈ এনেকৈ চালে যেন কিবা এটা সুধিব খুজিছে। মানুহজনে তেওঁ তেনেকৈ চোৱা দেখি আৰু বেছি উৎসাহ পালে আৰু কৈ যাব ধৰিলে।

“সদায় দুপৰীয়া খাই উঠি এপিয়লা চাহ খোৱা মোৰ অভ্যাস। এপিয়লা কলা কাৰা চাহ। ইমান লৰালৰি কৰি মই গাৰী ধৰিব

লাগা হল যে, মই মোৰ চাহ পিয়লা খাবলৈ আৰু ৰব নোৱাৰিলোঁ। মই আপোনাক বুজাব নোৱাৰোঁ, চাহ পিয়লা নাপাই মোৰ কিমান বেয়া লাগিছে। মহাশয়, মোৰ নিচিনা বয়সীয়া মানুহৰ অভ্যাসেই সকলো কথা, আৰু এদিন সেই অভ্যাস ভাঙিব লগীয়া হলে বৰ টান লাগে। মইহে জানো আজি গোটেই দিনটোলৈ মোৰ অৱস্থা কেনে শোচনীয় হব। কাৰণ মোৰ চাহ পিয়লা খোৱা নহল। তোমাৰ ডেকা বয়স, কিন্তু মোৰ নিচিনা বয়সীয়া—সময় আৰু অভ্যাসৰ অভিজ্ঞতা থকা এজনৰ এটা উপদেশ শুনা—নিজৰ যি অভ্যাস, কোনো কাৰণতে তাৰ ইফালে-সিফাল নকৰিবা।”

মানুহজনৰ এনে কথকু স্বভাৱ দেখি যোৱা-ডি-চুচাৰ অলপ কৌতুহল হল। তেওঁৰ কথা উলিয়াই অলপ আমোদ কৰিবলৈ মন কৰি তেওঁ কলে—

“কিন্তু আমি যেতিয়া ষ্টেচন পাম, আপুনি তাৰ ৰেষ্টুৰাঁত চাহ খাব পাৰিব।”

“অ’ হয়। মই সেইটো পাহৰিয়ে গৈছিলোঁ। অলপ দেৰী হব, কিন্তু মই চাহ পিয়লা খাব পাম।”

ট্ৰেনখন আহি ষ্টেচন পালে; আৰু প্লেটফৰ্মৰ ওপৰত ৰল। সকলো ৰেষ্টুৰাঁলৈ গল। কিছুমানে খাব, কিছুমানে বাটত খাবলৈ বস্তু কিনি লব।

শকত মানুহজন এখন মেজৰ ওচৰত বহিল আৰু এটা পৰিচাৰক আহিবলৈ বাট চালে। ৰেষ্টুৰাঁটোত কেটামানহে পৰিচাৰক আছিল; যাত্ৰী কিন্তু বহুত আছিল। বহুত সময়ৰ



পাচত তেওঁ এটা পৰিচাৰকক দেখা পাই এ পিয়লা চাহ আনিব কলে। পৰিচাৰকজনে চাহ আনিব যাব খুজিছে আকৌ আন মানুহেও তাক আন আন বস্তুৰ ফৰমাচ্ দিলে। যোৱা-ডি-চুচাই খাই-বৈ নিজৰ ঠাইলৈ যাওঁতে দেখিলে, শকত মানুহজনে মহা আনন্দেৰে তেওঁৰ অতি প্ৰিয় চাহ পিয়লা খাবৰ যোগাৰ কৰিব ধৰিছে—কিন্তু তাৰ অলপ পাচতে তেওঁ বেগেৰে ৰেষ্টুৰাঁৰ পৰা ওলাই আহিল আৰু ট্ৰেইনৰ বাঁহীও বাজি উঠিল। নিজৰ জাগাত বহি তেওঁ এখন চিক্‌মিকীয়া পাটৰ ৰুমাল লৈ মুখ মচিব ধৰিলে।

“চাহ খালে নে?” যোৱা-ডি-চুচাই মিচিকীয়া হাঁহি মাৰি সুধিলে।

“আৰু নকবা, সিহঁতে বৰ পাত্‌লা চাহ দিলে। মই কেতিয়াও ইমান পাত্‌লা চাহ খাব নোৱাৰোঁ।”

(২)

পাহাৰ, গাওঁ, ধাননিৰ মাজেদি ট্ৰেনখন গৈ আছে। ৰাতি হৈ আহিব ধৰিলে, দূৰৰ পৰ্বতবিলাকৰ মাজত সাঁজ লাগি আহিল। চাৰিও পিনে সন্ধ্যাৰ ক্ষীণ পোহৰ বিয়পি পৰিল।

শকত মানুহজনৰ কিন্তু এই বিলাকলৈ মন-কাণ নাই। হামি-হেকতিত তেওঁ অধৈৰ্য হৈ উঠিছে। যোৱা-ডি-চুচাই খিৰিকিয়েদি বাহিৰলৈ চাই আছিল। হঠাৎ বৰ দীঘল হুমুনীয়াহ পেলাই “চাহ” কথাটো শুনি শকত মানুহজনলৈ চাই মিচিকিয়াই হাঁহি এটা মাৰি সুধিলে—“এতিয়াও চাহৰ কথা ভাবি আছে নে?”

"মানুহৰ আজন্মৰ অভ্যাস এৰি দিয়া কম কথা নহয়। মোৰ এটা কথা মনত ৰাখি থবা—কেতিয়াও নিজৰ অভ্যাসৰ বিৰুদ্ধে নচলিবা। আহাম্মখ চাকৰটোৱে চাউল ধোৱা পানীৰ নিচিনা চাহ একাপ দিলে। গাধা! মোৰ কাৰা চাহ খোৱা অভ্যাস।"

"আৰু কিছু সময়ৰ পাচত আপোনাৰ চাহ পাব পাৰিব।"

"কত?"

"আমি কাহাইদত ট্ৰেন এৰি ঘোৰাৰ গাৰী ধৰিব লাগিব—তেতিয়া।"

"আঁ-হাঁ! ঠিক ঠিক। মই পাহৰিছিলোঁৱেই। তুমি ভাল মনত কৰি দিলা। তাত "চৰাইখানাত" চাহ খাব পাৰিম।"

শকত মানুহজনে গুণ-গুণাই গান গাব ধৰিলে। ট্ৰেনৰ জোকাৰনিত হালি-জালি তেওঁৰ চকু মুজা হৈ আহিল। গাৰী ৰলতো তেওঁৰ চিলমিলীয়া টোপনি নাভাগে। যোৱা-দি-চুচাৰ মৃদু জোকাৰনি খাইহে তেওঁৰ হুচ হল।

"কি? আমি কি পালোঁ?"

"আমি 'কাহাইদ' পাইছোঁ। ইয়াতে ঘোৰাৰ গাৰী ধৰিব লাগিব।"

"তুমি ভাগ্যে মনত কৰি মোক জগাই দিলা।" তেওঁ নিজৰ মাল-পত্ৰ গোটাব ধৰিলে।

'চৰাইখানা'টোৰ ওচৰতে দুখন ঘোৰাৰ গাৰী যাত্ৰী নিবৰ কাৰণে সাজু হৈ আছিল। এখন 'ভিলাৰিয়াল' লৈ যাব আৰু এখন ৰিগোৱালৈ যাব। চৰাইখানাৰ ওচৰেদি গাৰীলৈ বুলি যাওঁতে



যোৱা-দি-চুচাই দেখিলে শকত মানুহজনে চৰাইখানাৰ চাকৰ এটাৰ লগত মহা তৰ্ক লগাই দিছে। যোৱা-দি-চুচাই সুধিলে তেওঁ কলে যাব।

"মই ৰিগোৱালৈ যাম। কিন্তু কি আপদ! একাপ চাহ নাপায়—এনে ৰেষ্টুৰাঁ।"

"নিশ্চয় বৰ বেয়া"—যোৱা-দি-চুচাই গহীনাই কলে।

"বেয়া বুলি বেয়া—ই আকৌ কেনে ৰেষ্টুৰাঁ। কোন ধৰণৰ মানুহে বা চলায় এইডাল চৰাইখানা—একাপ চাহ দিব নোৱাৰে—চাহৰ নাম গোন্ধেই নাই।"

"ৰিগোৱা যাত্ৰীসকল। অনুগ্ৰহ কৰি গাৰীত উঠক" গাৰ্ডে চিঞৰি-চিঞৰি কব ধৰিলে।

শকত মানুহজন এইবাৰো যোৱা-দি-চুচাৰ মুখামুখিকৈ বহিল।

"আপুনি এইবাৰো নিৰাশ হব লগা হল—নহয় নে?"

"নকবা আৰু। বৰ ভীষণ কথা। চাহকাপ নোখোৱাকৈ যাত্ৰা কৰাই মোৰ মহা ভুল হৈছে।"

"আৰু এঠাইত আপুনি চাহ পাব পাৰে।"

"হয় নে কি? কত?" চাহ পোৱাৰ আৰু আশা আছে বুলি শুনি তেওঁৰ মুখখন অলপ উজ্জ্বল দেখা গল।

'অমৰান্‌টি' ত পাব। তাত আমাৰ ঘোৰা সলাব লাগিব।"

"বৰ ভাল কথা—তুমি বহুত খা-খবৰ ৰাখা।"

গাৰীখন কাচা ৰাস্তাৰ ওপৰেদি ঘৰ্ঘৰাই যাব ধৰিলে। যাত্ৰীবিলাকৰ কোনোৱে টোপনিয়াই ঢুলি ঢুলি পৰিছে—কোনোৱে

বা ইটো-সিটোৰ গাত খুন্দা খাইছে—প্ৰায় সকলো কেইজনে টোপনিয়াইছে। গাৰীৰ কৰ্‌কৰনি মৰ্‌মৰনি শব্দ, গাৰোৱানৰ ঘোৰা চলোৱা নানা ৰকম শব্দ—এইবোৰ কথালৈ সিবিলাকৰ মনেই নাই। যোৱা-দি-চুচা কেৱল সাৰে আছিল। হাবি-বননি আৰু দূৰত গাঁৱলীয়া মানুহৰ ঘৰৰ চাকিৰ পোহৰ—এই গোটেই দৃশ্যটো জোনাক ৰাতি বৰ ধুনীয়া হৈছিল। পামত থকা মানুহ দুই এঘৰৰ কুকুৰবিলাকে গাৰীখনৰ শব্দ শুনি ভুকভুকাই খেদি আহিছিল।

অলপ পাচতে তেওঁলোকে 'অমৰান্‌টি'ৰ পুৰণি কলীয়া দলং খন পালেহি। অতি পুৰণি কালৰ দলং, মূল দলং যে কেনে আছিল, তাক একো ধৰিব নোৱাৰি। গাৰীখন এটা ঠেক শিলৰ ৰাস্তাইদি ঘূৰি আহি 'কেপাদেইৰা'ৰ চৰাইখানাৰ বাহিৰত ৰল।

চৰাইখানাৰ খোৱা খোটালিটো ধঁপাত, চকলেট আৰু নানা বিধ খোৱা বস্তুৰ গোন্ধত ভৰপূৰ। চাকৰটোৱে অতিথি-বিলাকক অতি নম্ৰভাৱে হাঁহি হাঁহি তেওঁলোকৰ বহা ঠাই দেখুৱাই দিছে আৰু অলপ সময়ৰ পাচতে সুন্দৰ সুন্দৰ খোৱা বস্তু আনি আগত দিছেহি।

যোৱা-দি-চুচাই অতি সন্তোষেৰে খাদ্যবিলাকৰ সদ্ব্যৱহাৰত লাগি গল। কোঠালিটোৰ চাৰিও পিনে এবাৰ চকু দিওঁতে সেই শকত মানুহজন তেওঁৰ চকুত পৰিল। তেওঁ চাকৰটোক পাবলৈ বৰ ব্যস্ত—চাকৰটোও তেতিয়া আন আন মানুহবিলাকক সোধ-পোচ কৰাত তেনেকুৱা ব্যস্ত।



"হেৰা! মোক একাপ চাহ লাগে—কাৰা ৰঙা চাহ —বুজিছা—কাৰা নহলে নহব।"

চাকৰটোৱে ইফালে-সিফালে খোৱা বস্তু দি আছে। মানুহবিলাকৰ মাজৰ পৰা ইজনে-সিজনে কথা কওঁতে এটা সৰু গুম-গুমনি উঠিছে। এজন কথকী বুঢ়াৰ আশে-পাশে মানুহে বেৰি ধৰিছে। বুঢ়াজনে মানুহৰ মনত লাগা নানা ৰঙ্গ-ৰহস্যৰ কথা পাতিছে। চাকৰটোৱে অৱসৰৰ সময়খিনি তাৰে ওচৰতে ঠিয় দি কথা শুনিছে। মানুহবিলাকে মহা আৰামত গল্প শুনিছে আৰু খাইছে।

শকত মানুহজনে গাই-মূৰে নোমৰ কাপোৰখন মেৰাই লৈ অসীম ধৈৰ্য ধৰি এটা কোণাত তেওঁৰ চাহৰ বাবে বৈ আছিল।

কিছু সময়ৰ পাচত চৰাইখানাৰ গৰাকীজনে দুৱাৰ মুখলৈ আহি যাত্ৰীসকলক উদ্দেশ কৰি কলে—

"গাৰী প্ৰস্তুত হৈ আছে; আৰু পাঁচ মিনিটৰ পাচতে গাৰী এৰিব।"

এই কথাৰ পাচত গোটেই কোঠালিটোতে এটা উত্তেজনাৰ সৃষ্টি হল। কথকী বুঢ়াজনে চাকৰটোক খুজি অলপ খোৱা বস্তুৰ সৰু টোপোলা এটা বান্ধি ললে। সকলোবিলাক যাত্ৰীয়েই গাৰীত সুবিধামতে জাগা পাবৰ আশাত হুৰাহুৰিকৈ ওলাই আহিল। যোৱা-দি-চুচাইও আনবিলাকৰ দৰে লৰালৰিকৈ ওলাই আহা সময়ত শকত মানুহজনৰ অবসন্ন মাত শুনিলে—

"হেৰা! মোৰ চাহ—মোৰ চাহৰ কি কৰিলা?"

"এক মিনিটতে আনি দিম ডাঙৰীয়া—এই মই লৈ আহিছোঁ—অলপ ৰবঁ।"

সকলোৱে আহি নিজৰ নিজৰ ঠাঁই লৈছে ; কেৱল শকত মানুহজন চৰাইখানাৰ দুৱাৰ মুখত অধৈৰ্য হৈ উচপিচাই ঠিয় দি আছে। গাৰোৱানে গাৰীত ঘোৰা লগালে। গাৰ্ডে তেওঁৰ শিঙা বজালে। এখন ওখ পাহাৰত উঠিব লাগিব—তাৰ পাচত আকৌ ঘোৰা সলাব লাগিব—গাৰ্ডে শকত মানুহজনক মাতিলে।

"আহক ডাঙৰীয়া ! আৰু ৰবৰ সময় নাই।"

গাৰ্ডে গাৰীখন যাবলৈ ইঙ্গিত কৰিব—এনেতে চাকৰটোৱে এ কাপ গৰম ধোঁৱা ওলাই থকা চাহ হাতত লৈ দৌৰি আহিল।

শকত মানুহজনৰ এখন ভৰি গাৰীৰ চিৰিত, এখন মাটিত। তেওঁ আনন্দত উৎফুল্ল হৈ উঠিল আৰু চাহৰ কাপটো লৈ মুখত দিলে। কিন্তু পিচ মুহূৰ্ত্ততে বেচেৰীয়ে চাহ কাপ চাকৰটোৰ হাতত দিলে—"এই চাহ খোৱা অসম্ভৱ—ইমান তপত—মুখ পুৰি যায়—তুমি গাৰী এৰিবৰ সময়ত এনে গৰম চাহ কিয় আনিলা ?" হতাশাত মনৰ দুখত এই কথাখিনি কৈ তেওঁ যোৱা-দি-চুচাৰ মুখামুখি কৈ গাৰীত উঠি বহিল। যোৱা-দি-চুচাৰ তেওঁলৈ সহানুভূতি হল।

"চোৱাচোন বাৰু, চাহ একাপ খাব নাপালোঁ", শকত মানুহজনে অবসন্ন ভাবে ৰুমালেৰে মুখখন মচি মচি কলে।

গাৰীখন লাহে লাহে পাহাৰত উঠিব ধৰিলে। এজাক সিৰসিৰীয়া বৰষুণ আৰম্ভ হল। বাহিৰত এটা যেন বিষাদ ভাৱে



দেখা দিলে। পাহাৰী ৰাস্তাৰ দুই কাষে অসংখ্য সৰু-ডাঙৰ গছ। বতাহৰ সোঁ-সোৱনি শব্দ আৰু তাৰ লগতে পাতবিলাকত বৰষুণ পৰাত জিৰ-জিৰ্ শব্দ এটা উঠিছে। অত তত দুই এটা সৰু নিজৰা ভৈয়ামৰ পিনে নামি গৈছে—ডাঙৰ নদী-নালাৰ লগত মিলিবৰ উদ্দেশ্যে।

গাৰোৱানে ঘোৰা কেইটাক চাবুক মাৰিছে আৰু মাজে মাজে 'ঘা' 'ধেৎ' 'জোৰে' আদি দুই এটা শব্দ কৈ জন্তু কেইটাক উৎসাহ দিছে। আন সকলো নীৰৱ-নিশ্চল—কেৱল বতাহ-বৰষুণৰ শব্দ আৰু মাজে মাজে গাৰোৱানে কৰা শব্দই মাত্ৰ নিস্তব্ধতা ভাঙিছে। গাৰীৰ ভিতৰত সকলোৱে টোপনিত ঢুলিছে। কেৱল যোৱা-ডি-চুচা বাহিৰৰ দৃশ্য দেখাত মগ্ন। বাটৰ কাষত এটা পকী ঘৰ দেখা গল। তাৰ সমুখত দুডাল প্ৰকাণ্ড সাগৰ-ফেণাৰ গছে সাপৰ দৰে মেৰাই মেৰাই ঘৰটোৰ ছাল পৰ্য্যন্ত উঠিছে। দৌৰি থকা মেঘৰ মাজেৰে জোনটো দেখা যায়—সকলো মিলি এটা বিতোপন দৃশ্য হৈছিল।

তেতিয়া প্ৰায় পুৱঁতি নিশা। খুব ঠাণ্ডা পৰিছে। কিছু ওপৰত উঠাত এটা সৰু পঁজা ঘৰ দেখা গল। পাহাৰৰ সম ওখ টিলাটো যি কোনো মুহুৰ্ত্তে ভাঙি-পৰো, ভাঙি-পৰো, হৈ আছে। গাৰ্ডজনে যোৱা-দি-চুচাক কলে—তাত বোলে এটা ডাইনী থাকে।

ৰাস্তাটো লাহে লাহে ঠেক হৈ আহিল। যিমানে গাৰীখন ওপৰলৈ উঠিল, সিমানে গাছবিলাক চুটি দেখা গল। আকাশৰ ধুৱঁলী ৰং লাহে লাহে ৰঙচুৱা হৈ আহিল আৰু কিছু সময়ৰ

ভিতৰতে বেলি ওলাই গোটাই পৰ্বতখনক যেন ৰামধনুৰ ৰঙৰ আভাৰে ধুৱাই দিলে।

গাৰীখন পৰ্বতৰ এটা পাক ঘূৰি এটা 'চৰাইখানাত' ৰল। অলপ দূৰতে পাহাৰৰ কানে কানে এখন গাওঁ দেখা গল। গাৰোৱানে ঘোৰা কেইটা গাৰীৰ পৰা খুলি দিলে। গোটেই ৰাতিটো বন্ধ গাৰীৰ ভিতৰত বহি বহি হাত-ভৰি প্ৰায় অথৰ হৈছিল। সাৰে থাকা যাত্ৰীবিলাকে বাহিৰত ফুৰি-চাকি মুকলি বতাহ লৈ হাত-ভৰি টনকাই লবলৈ নামি পৰিল।

যোৱা-ডি-চুচাই চাৰিওপিনৰ দৃশ্যবিলাক মুগ্ধ দৃষ্টিৰে চাই চাই নামিল। চকুৰে যিমান দূৰলৈ মনিব পাৰি—কেবল পৰ্বতৰ টিংৰ পাচত টিং বিয়পি আছে আৰু ইটোৰ পাচত সিটো, তাৰ পাচত আৰু এটা, এই দৰে ক্ৰমে দূৰৰ ধূৰঁলী-কুৰঁলী নীল আকাশৰ মাজত হেৰাই গৈছে। তেওঁলোকৰ সমুখৰ পাহাৰটোৰ ঠিক তলতে এটা ডাঙৰ নিজৰা মৃদু কুল-কুল শব্দ কৰি বৈ গৈছে আৰু তাৰ লগতে চাৰিওপিনৰ গছবিলাকত বতাহ লাগি হোৱা জিৰ্-জিৰ্ শব্দই গোটাই দৃশ্যটোকে উপভোগ্য কৰি তুলিছে। গাওঁবিলাক আৰু তাৰ মাজে মাজে ঘৰবিলাক দেখি, যেন সৰু সৰু লৰা-ছোৱালীয়ে খেলাৰ ঘৰ বান্ধি এৰি থৈ গৈছে। 'কৰ্ডিলহেইৰা-দো-মাৰা ও' ৰ প্ৰকাণ্ড টিংটোৱে দূৰৰ গাওঁবিলাকক দক্ষিণৰ চাচি বতাহৰ পৰা ৰক্ষা কৰি যেন ৰক্ষকৰ নিচিনা ঠিয় হৈ আছে।

মুকলিত এইবোৰ দৃশ্য চাই যোৱা-দি-চুচাৰ মনটো তৃপ্তি আৰু আনন্দেৰে ভৰি পৰিল। এনেতে তেওঁ কোনোবা এজন



লাহে লাহে খোজ কাঢ়ি আহা যেন পালে আৰু লগে লগে এটা দীঘলীয়া হামি আৰু বিৰক্তিৰ সুৰ একেবাৰে তেওঁৰ কাণৰ কাষত আহি শেষ হল।

সেই শকত মানুহজন আধা ঘুমটীয়া অৱস্থাত হামিয়াই চকু-মুখ মোহাৰি আহিছে। তেওঁক দেখি যোৱা-দি-চুচাৰ হাঁহি উঠিল। মনতে ভাবিলে—ৰবেৰ পুৱাৰ মৃদু সৌন্দৰ্যৰ লগত কিমান প্ৰভেদ!

"পিচে কি খবৰ, আপনাৰ চাহৰ কি হল?"

"এঃ আৰু নো কিয় কোৱা। মই আৰু চাহৰ আশা এৰিছোঁ। সেই চৰাইখানা নাম দিয়া ভাঙা জুপুৰিটোলৈ গলোঁ; কিন্তু তাত চাহেই নাই। সিহঁতে কয়, কোনেও বোলে ইয়াৰ আগে চাহ বিচৰাই নাই।"

গাৰীত ঘোৰা জোৰা হল আৰু গাৰ্ডে চিগ্‌নেল দিলে। ঠিয় পাহাৰখনৰ পৰা খুব বেগাবেগিকৈ গাৰীখন নামিবলৈ আৰম্ভ কৰিলে। কাৰণ ঘোৰাবিলাক জিৰণি দি নতুনকৈ জুৰি দিয়া হৈছিল আৰু তাৰ আগতে সিহঁতে বেচ পেট ভৰাই একো চৰিয়া দানা খাই উঠিছিল। দুই ফালৰ ঘন সৰল গছৰ হাবি ভেদ কৰি ৰাস্তাটো মাজে দি পৰি আছে। অলপ সময়ৰ পাচত গাৰীখন যিমানে তললৈ নামিব ধৰিলে, আন আন গছ-গছনিও চকুত পৰিব ধৰিলে। গাৰীখন যেতিয়া সমান ঠাইৰ ওচৰ পালে, আঙুৰৰ লতাবোৰক ওখ হৈ যোৱা দেখা গল। কিছু সময় পাচতে 'দোৰো'ৰ চকুত লগা আঙুৰ খেতিৰ মাজেদি

গাৰী যাব ধৰিলে। ৰাস্তাটো পাহাৰৰ তলত গাওঁ ভুঁইৰ মাজেদি 'দোৰো' নামৰ নদীৰ কাষে কাষে আকাঁই-পকাই গৈ আছে। লাহে লাহে নদী নেদেখা হৈ আহিব ধৰিলে। ঘৰবিলাক ঘন ঘনকৈ দেখা হল; আৰু আঙুৰ খেতিৰ সলনি ফল-ফুলৰ বাগিছা দেখা গল। অৱশেষত শিঙাত এটা ডাঙৰ দীঘলীয়া ফুঁ দি গৰীখন 'ৰাগোৱা'ৰ বঙা ৰাস্তাত সোমালহি। তেতিয়া প্ৰায় সাত বাজিছে—মানুহৰ ঠিক চাহ খোৱাৰ সময়।

গাৰীখন হোটেলৰ সমুখত ৰল। এতিয়া আৰু পাহাৰ আৰু গাওঁৰ মাজৰ চৰাইখানা নহয়, আঙুৰ লতাৰ পৰ্দা দিয়া বাৰান্দাৰে সৈতে প্ৰকাণ্ড তিনি মহলীয়া হোটেল। শকত মানুহজনে মিচিকি মিচিকি হাঁহি যোৱা-দি-চুচাৰ পিনে চালে।

"তোমাৰ সৌহাৰ্দ্যত মই বৰ মুগ্ধ হৈছোঁ। তোমাক লগ নাপালে মোৰ যাত্ৰাটো কি যে ভয়ানক হলহেঁতেন কি কম! বাৰে বাৰে প্ৰত্যেক ঠাইতে চাহ নাপাই মই গোটেই ৰাতি-দিন কিমান যে কষ্ট পাইছোঁ—তুমি কেনেকৈ বুজিবা। মোৰ বয়সত মানুহে নিজৰ অভ্যাস এৰা টান। মোৰ এটা উপদেশ শুনা—নিজৰ অভ্যাস কেতিয়াও এৰি নিদিবা—অৱশ্যে ভাল অভ্যাস। মই দুপৰীয়া ভাত খোৱাৰ পাচত একাপ চাহ খালেহে ভাল লাগে। এতিয়া তেও চাহ কাপ পাম। দেৰি হৈছে সঁচা কিন্তু একেবাৰে নোহোৱাতকৈ দেৰিত হোৱাও ভাল। মোৰ চিনাকি দিওঁ শুনা। মোৰ নাম "বাৰন চিদচ্ এঞ্চস"। 'ফেৰিস্নো দি ইস্পাদা চিন্তা'ত মোৰ ঘৰ। দোৰোলৈ মই ব্যৱসায়ৰ কামত আহিছোঁ। আশা



কৰোঁ তোমাক আৰু লগ পাম, আৰু যেতিয়াই দৰকাৰ হয়, মই তোমাক যি কোনো কামতে সহায় কৰিবলৈ সাজু আছোঁ। তোমাৰ ভাল আশা কৰোঁ। ঈশ্বৰৰ ইচ্ছাত ভালে ভালে তোমাৰ যাত্ৰা শেষ হওক। ভাল থাকা, যাওঁ এতিয়া—চাহ একাপ খাওঁ গৈ।"

"Alfonso Botello"

---

# টেলিগ্ৰাফ অপাৰেটৰ।

বৈচেনময়েন চাৰ্টব ষ্টেচন-প্লেটফৰ্মত মই নামিলোঁ; মোৰ বন্ধু লেনফিলেঅৰে নিজৰ গাৰী লৈ আহি মোৰ নিমিত্তে বৈ আছিল।

ট্ৰেইনত আহি থাকোঁতেই হঠাৎ মোৰ এটা দৰকাৰী কথা মনত পৰিল; আৰু তৎক্ষণাৎ পেৰিচলৈ টেলিগ্ৰাফ কৰিব লগীয়া হল। সেই কাৰণে ষ্টেচন পায়েই মই তাৰ টেলিগ্ৰাফ অফিচলৈ গলোঁ।

এই ষ্টেচনটো আন ষ্টেচনৰ নিচিনা নহয়। সৰু ষ্টেচন—দোৱাত, কলম, কাগজ ইত্যাদি বৰ কম থাকে।

বহুত সময় বিচাৰি-খুচৰি, অৱশেষত মই মামৰে ধৰা কলম এটা আৰু পনীয়া প্ৰায় ৰং নথকা চিয়াঁহিৰ দোৱাত এটা বিচাৰি পালোঁ। অতি কষ্টে নানা চেষ্টা কৰি টেলিগ্ৰামৰ কথা কেইটা কোনোমতে ঘঁহাই-ঘঁহাই লিখিলোঁ। এজনী দস্তুৰমতে কুৎচিৎ তিৰোতাই কাগজখন কিছু অসন্তোষেৰে মোৰ হাতৰ পৰা নিলে, আৰু কিমান পইচা লাগিব গণি কলে। মই তেতিয়াই পইচাখিনি দি দিলোঁ।

কৰ্তব্য সমাধা হোৱাত পিঠিৰ পৰা এটা বোজা নামা যেন পালোঁ। মই মুকলি মনেৰে বাহিৰ হৈ আহিব ধৰিছোঁ, এনেতে



এজনী গাভৰু ছোৱালীয়ে এখন টেবিলৰ ওচৰত বহি টেলিগ্ৰাম কৰি থাকা দেখিলোঁ। অলপ বিৰক্ত হৈ তেওঁ মোৰ পিনে পিঠি দি বহিল।

ওৰে বাটে ছোৱালীজনীয়ে মোৰ মনটো পূৰ কৰি ৰাখিলে। তেওঁৰ সাধাৰণ কলা পোচাকৰ ভিতৰেদি এটা সুন্দৰ লাহী দেহ ফুটি ওলাইছিল, কলা কেকোৰা চুলিবিলাক দীঘল বগা গলৰ ওপৰত সুন্দৰকৈ বান্ধি থৈছিল। হঠাৎ সেই কলা কেকোৰা চুলিবিলাকত এবাৰ হাত ফুৰাই দিবৰ এটা প্ৰৱল ইচ্ছাই মোক আবৰি ধৰিলে।

ছোৱালীজনীয়ে আকৌ ঘূৰি চোৱাৰ আশাত মই কিছু সময় ঠিয় হৈ বয়সস্থ মানুহজনীৰ লগত টেলিগ্ৰাফৰ বিষয়ে দুই চাৰিটা কথা সুধিলোঁ—যদিও মানুহজনীৰ উত্তৰবিলাক একেবাৰে বন্ধুত্বোপযোগী নাছিল।

আন গৰাকী মানুহেও একো লৰচৰ নকৰিলে। কোনোবাই যদি ভাবিছে যে মই পিচদিনা ৰাতিপুৱা আকৌ টেলিগ্ৰাফ অফিচলৈ যোৱা নাই—তেনেহলে তেওঁ মোক বৰ কমেই জানে। সেই ধুনীয়া ছোৱালীজনী এইবাৰ তাত অকলে আছিল।

এইবাৰ তেওঁ মুখ ঘূৰাবৰ বাধ্য হল। বাঃ! মই খুত ধৰিবলৈ একো বিচাৰি নাপালোঁ।

মই কিছুমান টেলিগ্ৰাফ-টিকট কিনিলোঁ। কেটামান খবৰ টেলিগ্ৰাম কৰিলোঁ। আহাম্মখৰ দৰে কিছুমান যেই সেই কথা

সুধিলোঁ ; আৰু আচৰিত ৰকমে কৰ্তব্যপৰায়ণ দেখুৱাই ঠিক গাধাৰ নিচিনাই ব্যবহাৰ কৰিলোঁ।

তেওঁ চালাক ছোৱালীৰ নিচিনা বিবেচকৰ দৰে শান্ত ধীৰ ভাৱে উত্তৰ দি গল।

তাৰ পাচত মই সদায় আহিব ধৰিলোঁ। কেতিয়াবা দিনটোত দুবাৰকৈও আহোঁ। তেওঁ কেতিয়া অকলে থাকিবৰ পাল তাক মই এতিয়া ভাল কৰি জানো।

মই তালৈ আহাৰ ন্যায়সঙ্গত কাৰণ দেখুৱাবলৈ বন্ধু-বিলাকলৈ অসংখ্য চিঠি লিখিলোঁ আৰু বিশেষ দৰকাৰ নাথাকাতো পেৰিচলৈ কিছুমান হোৱাই-নোহোৱাই কথা লিখি টেলিগ্ৰাম কৰিব ধৰিলোঁ। মোৰ চিঠি লিখা আৰু টেলিগ্ৰাম কৰাৰ মাত্ৰা ইমান চৰিছিল যে পেৰিচত জনৰৱ উঠি গৈছিল যে, মই হঠাৎ অপ্ৰকৃতিস্থ হৈ গৈছোঁ।

সদায় মই ভাবোঁ—আজি তেওঁক মোৰ মনৰ ভাৱ খুলি কবলৈ লাগিব ; কিন্তু তেওঁৰ শান্ত ধীৰ ভাৱ দেখিলে মোৰ মুখৰ কথা মুখতেই ৰৈ যায়, ফুটাই আৰু কোৱা নহয়।

মই সেই একে কথাতেই স্থিৰ-সংকল্প হৈ লাগি থাকিলোঁ।—

"অনুগ্ৰহ কৰি মোক এটা তিনি 'চু'ৰ টিকট দিয়ক।"

এনেকৈ ৰৈ থাকা ক্ৰমে অসম্ভৱ হৈ উঠিছে। কাৰণ মোৰ ফিৰি যোৱাৰ দিন চমু চাপি আহিছে। মই ভাল-বেয়া বা আপদ-বিপদ একো গ্ৰাহ্য নকৰি নিজৰ সংকল্প মতে কাম কৰিবলৈ ঠিক কৰিলোঁ।



মই অফিচৰ ভিতৰলৈ গৈ তলৰ কথাখিনি লিখিলোঁ।—

"ককুয়েলিন, কোডট, ১৭ বাউলভাৰ্দ হাছামন, পেৰিচ,—

মই বেইচেনময়েন চাৰ্টৰ কলা চুলিৰে সৈতে ছোৱালীজনীক ভাল পাওঁ।"

কপা হাতেৰে মই টেলিগ্ৰামখন আগবঢ়াই দিলোঁ। মই ভাবিছিলো অন্ততঃ তেওঁৰ সুন্দৰ বগা মুখখন ৰঙচুৱা হৈ যাব।

কিন্তু নাই। সামান্য পৰিবৰ্তনো নহল। অতি অদ্ভুত শান্ত-ভাৱে তেওঁ কলে—"উন্‌ষাঠি চেন্‌টিম্‌ছ্ লাগিব।"

এনে ৰাজৰাণী সদৃশ স্থিৰতা দেখি একেবাৰে হতবুদ্ধি হৈ পইচাৰ কাৰণে মই জেপত হাত ভৰাই খেপিয়াব ধৰিলোঁ।

কিন্তু মই এক 'চু'ও বিচাৰি নাপালোঁ। মোৰ পকেট বুকৰ পৰা এখন এক হাজাৰ ফ্ৰাঁৰ নোট উলিয়াই তেওঁলৈ আগবঢ়াই দিলোঁ।

তেওঁ নোটখন লৈ তন্ন-তন্নকৈ পৰীক্ষা কৰি চালে।

পৰীক্ষা অতি সুন্দৰ ভাৱেই শেষ হল। কাৰণ তেওঁৰ মুখত এটা হাঁহিৰ ৰেখা বিৰিঙি উঠিল আৰু অৱশেষত সুন্দৰ হাঁহিত মুখখন ভৰি পৰিল।

তাৰ পাচত তেওঁ সুন্দৰ কোমল মাতেৰে সুৰৰ ঢৌ তুলি সুধিলে—"আপনাক 'চেঞ্জ' লাগে জানে ?"

"Alphonse Allais"

———

# দাপোণ।

## প্ৰথম চিঠি।

গীতা, তুমি কৈছা—তোমালৈ মই চিঠি লিখিব লাগে। মই অন্ধ ছোৱালী এজনী—আন্ধাৰত খেপিয়াই খেপিয়াই কোনোমতে হাত চলাওঁ। মোৰ চিঠি যে দুখেৰেই ভৰা হব ভাই,—তুমি জানো তেনে চিঠি পঢ়ি ভাল পাবা? কণা ছোৱালী এজনীৰ দুখময় কথাবিলাক পঢ়িবলৈ আমনি নাপাবা জানো?

ভাই গীতা, তুমি সুখী—বৰ সুখী—তুমি দেখা পোৱা। আঃ ভাই! তুমি দেখা পোৱা আকাশৰ নীলা ৰং—বেলিৰ পোহৰ—জোনৰ জোনাক—চব তুমি দেখা পোৱা। কি আনন্দ! হয়,—ময়ো এসময়ত ঠিক তোমাৰেই নিচিনা দেখা পাইছিলোঁ।—প্ৰকৃতিৰ সুন্দৰ সুন্দৰ বস্তুবিলাক তোমাৰেই নিচিনা উপভোগ কৰিব পাৰিছিলোঁ। কিন্তু যেতিয়া মই অন্ধ হলোঁ, তেতিয়া মোৰ বয়স মাত্ৰ সাত-আঠ বছৰ। আজি বাৰ বছৰ মই অন্ধ—মোৰ মনত সকলোবিলাক ৰাতিৰ দৰেই আন্ধাৰ। কেতিয়াবা প্ৰকৃতিৰ সৌন্দৰ্য উপভোগ কৰিব খোজোঁ।—কিন্তু বৃথা ভাই! মই সকলো পাহৰি গৈছোঁ। মই গোলাপ ফুলৰ গোন্ধ পাওঁ কিন্তু গোলাপৰ চৰম সৌন্দৰ্য ৰংটোকেই মই দেখা নাপাওঁ—বি ৰঙৰ লগত সুন্দৰী ছোৱালীবিলাকৰ ৰঙৰ তুলনা



কৰে। মই চব পাহৰি গৈছোঁ—অথবা ভালকৈ কবই নোৱাৰোঁ। কেতিয়াবা এই গভীৰ অন্ধকাৰৰ আবৰণ ভেদ কৰি পোহৰৰ এটা ক্ষীণ ৰেখা জিলিকি উঠে। ডাক্টাৰবিলাকে কয়, সেইটো বোলে কিবা তেজৰ চলাচল আৰু এইটোৰ পৰাই কেতিয়াবা বোলে আৰোগ্যও হব পাৰে। মিছা আশ্বাস! বাৰ বছৰ ধৰি যি পৃথিবীৰ সুন্দৰ পোহৰৰ পৰা বঞ্চিত—সি তাক আৰু কেতিয়াও ঘূৰাই পাব নোৱাৰে। যদি পাৰে তেনেহলে স্বৰ্গতহে।

সেইদিনা মোৰ মনত এটা নাভাবা-নিচিন্তা কথা খেলাল। মোৰ ৰুমটোৰ ভিতৰত খপিয়াই খপিয়াই ফুৰি-ফুৰোঁতে মোৰ হাতখন এটা বস্তুত পৰিলগৈ। ওঃ তুমি ভাবিব নোৱাৰা—কিহত জানা? আইনা এখনত।

মই আইনাখনৰ সম্মুখত বহিলোঁ—চুলিকোচা সুন্দৰকৈ বান্ধিলোঁ—ঠিক অভিসাৰিকাৰ দৰে বহুত চেষ্টা কৰি, বহুত সময় লৈ। উঃ, মই যদি জানিলোঁহেঁতেন মই কেনেকুৱা। পৃথিবীত মোৰ অদেয় একোৱেই নাই—কেৱল যদি জানিব পাৰিলোঁহেঁতেন—মই ধুনীয়া। মোৰ গাটো যেনে কোমল, তাৰ ৰঙটোও তেনে উজ্জ্বল বুলি যদি জানিব পাৰিলোঁহেঁতেন—যদি দীঘলীয়া চেলাউৰি জোৰাৰ তলত ধুনীয়া দুটা চকু থাকিলহেঁতেন! সৰুতে মানুহে কোৱা শুনিছিলোঁ, সৰুৰে পৰা সাজি-কাছি ৰেহ-ৰূপ চাই কটোৱা ছোৱালীৰ বোলে কপাল বেয়া। ভগৱানৰ যদি মোৰ নিচিনা কণা চকু হলহেঁতেন, তেওঁ অন্ধৰ কষ্ট ঠিক বুজিলেহেঁতেন।

তোমাৰ চিঠিখন সিহঁতে মোক এতিয়াই পঢ়ি শুনাইছে। তুমি মোক সুধিছা—মোৰ আই-বোপাইৰ সমস্ত-সম্পত্তি ধৰুৱাৰ ধাৰত গল বুলি শুনা কথা সচাঁ নে মিছা। কতা—মইতো সেইটো কথা একো গম পোৱা নাই। নহয়—তেওঁলোক আগৰ দৰেই ধনী হৈ আছে। কাৰণ বিলাসিতাৰ ক্ষুদ্ৰতম কণাটোৰ পৰাও মই বঞ্চিত হোৱা নাই। যতে হাত দিওঁ, তাতেই কেৱল চিল্ক, ভেলভেট, ফুল—সকলো দামী বস্তুকেই অনুভৱ কৰোঁ। খোৱাৰ সময়ত প্ৰত্যেক সাজতে সুখাদ্য বস্তুকেই পাওঁ। সেই কাৰণে কৈছোঁ—মোৰ আই-বোপাইৰ দুখ হোৱা নাই—সুখেৰেই আছে।

চিঠি দিবা দেই। কলিকাতাৰ ব্যস্ততাৰ মাজৰ পৰা যে আকৌ ঘূৰি আহিছা আৰু অন্ধ বন্ধুৰ কথা পাহৰা নাই যেতিয়া, মাজে মাজে চিঠি দিবা ভাই!

## দ্বিতীয় চিঠি।

ভাই গীতা, তুমি ভাবিবই নোৱাৰা, আজি মই তোমালৈ কি লিখিব খুজিছোঁ। তুমি হাঁহিত বাগৰি ফুৰিবা। তুমি কিজানি ভাবিবা যে, চকুৰ লগে লগে মই মোৰ বিবেচনা শক্তিও হেৰুৱাইছোঁ। মোৰ এজন প্ৰণয়ী আছে।

হয়, মোৰ—কণা ছোৱালীজনীৰ—এজন মিঠা মিঠা সুৰেৰে ভালপোৱাৰ কথা কোৱা এজন সুন্দৰ প্ৰণয়ী আছে। ৰাজকুঁৱৰীৰ প্ৰণয়ীতকৈ কোনো গুণে হীন নহয়। ইয়াতকৈ আৰু কি লাগে!



ভাল পায়, মোৰ নিচিনা অন্ধ ছোৱালী এজনীক ভাল পায়! মই যে তেওঁৰ ওচৰত ঋণী, তাত কোনো সন্দেহ নাই।

তেওঁ আমাৰ পৰিয়ালৰ মাজলৈ কেনেকৈ আহিল, কব নোৱাৰোঁ; আৰু ইয়াত কি কৰিব, তাকো নাজানো। মই কেৱল এটা কথা তোমাক কব পাৰোঁ—সেইদিনা ভাত-খোৱাৰ সময়ত তেওঁ মোৰ ওচৰতে বহিছিল, আৰু মোৰ খোৱাৰ ইটো-সিটো বস্তু আগবঢ়াই দিয়াত বৰ হোপাহেৰে সহায় কৰিছিল, আৰু চকু দিছিল।

"এই প্ৰথম আপোনাৰ লগত পৰিচয় হোৱাৰ সৌভাগ্য হল"—মই কলোঁ।

"সঁচা কথা"—তেওঁ কলে—"কিন্তু তোমাৰ আয়েৰা আৰু পিতাৰাক মই আগৰে পৰা চিনি পাওঁ।"

"আপুনি মাজে মাজে আহি থাকিব"—মই কলোঁ—"কাৰণ আপুনি থাকিলে আইহঁতে কথা-বাৰ্তা কৈ ভাল পায়।"

"কেৱল তেওঁলোকৰ কাৰণেই মই নাহোঁ"—তেওঁ লাহেকৈ কলে।

"অ"—মই নভবা-নিচিন্তাকৈ সুধি পেলালোঁ—"তেনেহলে আপুনি ইয়ালৈ আৰু কাক লগ পোৱাৰ আশাত আহে?"

"তোমাক"— তেওঁ কলে।

"মোক—তাৰ মানে?"

"তাৰ মানে—মই তোমাক ভাল পাওঁ।"

"মোক—মোক আপুনি ভাল পায় ?"

"সঁচাকৈ—বৰ ভাল পাওঁ"।

তেওঁৰ কথা শুনি মোৰ কাণ-মূৰ ৰঙা হৈ গল। এনেয়ে গাৰ কপোৰখন আৰু ভালকৈ টানি-টুনি ললোঁ। মনে মনে বহি থাকিল।

"আপোনাৰ মুখৰ পৰা হঠাৎ কথাষাৰ এনেই ওলাই পৰিল।"

"নহয়—মোৰ চাল-চলন, মোৰ কাম-কাজবিলাকৰ পৰাই মোৰ তোমালৈ শ্ৰদ্ধাৰ পৰিমাণ বুজিব পাৰা।"

"হব পাৰে ; কিন্তু মই যে অন্ধ। এজনী কণা ছোৱালীক কোনেও সিমানকৈ ভাল পাব নোৱাৰে, যেনেকৈ আনবিলাকক পাবে।"

"দেখা-নেদেখালৈ মোৰ দৰকাৰ কি ?" তেওঁ অলপ জোৰ দি আনন্দ আৰু শ্ৰদ্ধা-মিশ্ৰিত সুৰত কলে।

"তোমাৰ চকু দুটা পোহৰৰ পৰা বঞ্চিত—মোৰ তাত কি ? তোমাৰ আঙুলিবিলাক ধুনীয়া দীঘল দীঘল নহয় নে ? তোমাৰ ভৰি দুখন সৰু সৰু সুন্দৰ,—খোজবিলাক গম্ভীৰ, চুলিকোচা কলা দীঘল বেচমৰ দৰে, গাৰ উজ্জ্বল গোলাপী ৰং আৰু হাত দুখন বগা পদুম ফুলৰ পাহিৰ নিচিনা—আৰু কি লাগে ?"

তেওঁ তেওঁৰ বৰ্ণনা শেষ কৰিলে। কথাবিলাক যেন মোৰ কাণত সুমধুৰ সুৰৰ দৰে ৰিন-ৰিনাই থাকিল। তেনেহলে তেওঁৰ মতে মই তন্বী, সৰু সৰু ভৰি, গোলাপৰ নিচিনা মোৰ ৰং, আৰু মোৰ চুলি দীঘল কলা বেচমৰ নিচিনা। ভাই গীতা, আন



ছোৱালীবিলাকৰ মনত এনে এজন মানুহ—যি ৰূপৰ বৰ্ণনা কৰি যায়—তেওঁ প্ৰণয়ীৰ বাহিৰে আন একো নহয়। কিন্তু এজনী কণা ছোৱালীৰ কাৰণে তেওঁ তাতকৈও বেছি—তেওঁ এখন দাপোণ।

মই আকৌ আৰম্ভ কৰিলোঁ—"সচাঁকৈয়ে মই আপুনি কোৱাৰ নিচিনাই সুন্দৰী নে ?"

"মোৰ বৰ্ণনাই তোমাৰ সঠিক ৰূপৰ ওচৰেই নাপায়। আচল মানুহজনৰ পৰা মই এতিয়াও বহুত আঁতৰত।"

"আপুনি মোক কি কৰিব খোজে ?"

"মই তোমাক বিয়া কৰাব খোজোঁ।"

তেওঁৰ মনৰ ভাৱ দেখি মই নহঁহাকৈ থাকিব নোৱাৰিলোঁ। মোৰ হাঁহি উঠিল।

"আপুনি কি কয় ?" মই অচাৰিত হৈ কলোঁ—"বিয়া—এজনী অন্ধ ছোৱালী আৰু এজন সুলোচন মানুহৰ ? আন্ধাৰ আৰু পোহৰৰ মাজত বিয়া ? কিয় ? মই খেপিয়াই খেপিয়াই বিয়াৰ সাজ পিন্ধিব লাগিব ! নহয়, নহয়, মোৰ আই-বোপাই ধনী—অকলসৰীয়া জীৱনে মোৰ কোনো অনিষ্ট কৰিব নোৱাৰে। মই অকলসৰীয়া হৈয়ে থাকিম। কুমাৰী হৈ থাকাই মোৰ জীৱনৰ ব্ৰত।"

তেওঁ একো নামাতা কৈ উঠি গল। তেওঁ কৈ গল মই ধুনীয়া বুলি। কব নোৱাৰোঁ, কেনেকৈ যে মনৰ এটা কোণত তেওঁৰ মূৰ্তিটো থাকি গল। দাপোণ—মোৰ দাপোণ !

তৃতীয় চিঠি ।

ভাই গীতা, তোমাক এটা খবৰ দিবলৈ আছে। মানুহৰ জীৱনত হঠাৎ যে নাভাবা-নিচিন্তাকৈ কত দুখ-বেজাৰ আহে ! মই তোমালৈ খবৰটো লিখিব ধৰোঁতে, মোৰ চকু দুটাইদি পানী পৰিব ধৰিছে।

তেওঁৰ লগত—যাক মই মোৰ দাপোণ বুলি কওঁ—চিনাকি হোৱাৰ কিছুদিন পাচত বাগিছাত আইৰ হাতত ধৰি ফুৰি আছিলোঁ। হঠাৎ আইক ভিতৰৰ পৰা মাতিলে—বোধকৰোঁ বেটীজনীয়েই—লৰালৰিকৈ আইক বিচাৰি আঁহি অলপ ডাঙৰকৈয়ে মাত দিলে।

"কি হল আই ?" মই এনেয়েই অলপ বিৰক্ত হৈ সুধিলোঁ।

"একো নহয় সোণ, কোনোবা আহিছে নিশ্চয়। আমিও সমাজৰ এঘৰ।"

"তেনেহলে মই আৰু তোমাক ধৰি নাৰাখোঁ,—যোৱা, আলহীক সোধ-পোচ কৰাগৈ।"

তেওঁ বৰফৰ নিচিনা ঠাণ্ডা ওঠ দুটা মোৰ গালত লগাই দিলে। তাৰ পাচত মই তেওঁৰ ভৰিৰ শব্দ শুনিব পালোঁ।—মাৰ্বল পাথৰৰ বাটটোৰ ওপৰত সেই শব্দ ক্ৰমে ক্ষীণ হৈ গল।

তেওঁ যোৱাৰ অলপ পাচতেই মোৰ ওচৰতে দুজন মানুহৰ কথা-বাৰ্তা যেন শুনিলোঁ।—দুটা মালি। সিহঁতে গল্প কৰিছিল—ভাবিছিল সিহঁত তাত অকলে আছিল। কি জানা গীতা, ভগৱানে যেতিয়া আমাক কোনো এবিধ বস্তুৰ পৰা বঞ্চিত কৰে, আনবিলাকক নিখুঁটকৈ দি তেওঁ বোধ কৰোঁ আমাক সান্ত্বনা



দিব খোজে। কণা মানুহৰ শ্ৰৱণ শক্তি, এজন ভাল মানুহ—ৰি বহু দূৰতো দেখিব পায়—তেওঁতকৈ চোকা। মই সিহঁতৰ সকলো কথা-বাতৰাই শুনিছোঁ।—যদিও সিহঁতে লাহে লাহেই কৈছিল। সিহঁতে কোৱা শুনিছিলোঁ।—

"বেচেৰাহঁত,—ধকুৱা আহিল বোধ কৰোঁ আকৌ। ছোৱালীজনীয়ে কিন্তু একো গম নাপায়। তাই ভাবিবই নোৱাৰে যে, তেওঁলোকে তাইক সুখী কৰিবলৈ তাইৰ দৃষ্টিহীনতাৰ সুবিধা লব।"

"তাৰ মানে ?"

"তাত কিবা সন্দেহ আছেনে ? তাই যতে হাত দিয়ে সকলো মেহাগনি কাঠৰ—ভেলভেটৰ। কেৱল ভেলভেটবিলাক ফাটি-চিৰি গৈছে, মেহাগনিৰ আচবাববিলাকৰ ঔজ্জ্বল্য নাই। খোৱাৰ সময়ত সদায় তাই ভাল ভাল বস্তু খায়, তাই সিহঁতৰ দাৰিদ্ৰ্যতাৰ কথা কবই নোৱাৰে। তাই ভাবিবও নোৱাৰে যে, তাইৰ ওচৰতে বহি তাইৰ মাক-বাপেকে নিমখ-ভাতৰ বাহিৰে একো নাখায়।"

ভাই গীতা, তুমি মোৰ বেজাৰ বুজিব পাৰিবা। তেওঁলোকে মোৰ সুখৰ নিমিত্তে মোক ফাকি দিছে। তেওঁলোকে মোক অন্ধকাৰৰ মাজতো বিলাসিতাত ৰাখিছে। কেৱল মোকেই ! আঃ কি আচৰিত স্নেহ ! মহাদানী এজনে তেওঁৰ সমস্ত সম্পত্তি দিও এনে অশোধ্য ঋণ শোধ কৰিব নোৱাৰে।

চতুৰ্থ চিঠি।

মই আমাৰ দুৰৱস্থাৰ কথা শুনিছোঁ—কিন্তু কাকো কোৱা নাই। আই যদি জানিব পাৰে যে, তেওঁ মোৰ পৰা ইমান যতনেৰে লুকাই খোৱা কথাটো মই জানিব পাৰিছোঁ—তেওঁ দুখত অভিভূত হৈ পৰিব। এতিয়াও আমাৰ আগৰ দৰে সমৃদ্ধ অৱস্থাই আছে—মই এই ভাবটোকেই দেখুৱাওঁ। কিন্তু মই ইয়াৰ এটা ব্যৱস্থা কৰিম বুলি ঠিক কৰিছোঁ।

অনিল বৰুৱা তেওঁৰ নাম—মই যাক দাপোণ বোলোঁ। তেওঁ মোক দেখা কৰিব আহিছিল। ভগবান্, মোক ক্ষমা কৰিবা। মই তেওঁৰ লগত যেন মনোমোহিনীৰ খেলা খেলিব ধৰিলোঁ। মই সুধিলোঁ—"এতিয়াও মোৰ বিষয়ে আপোনাৰ ধাৰণা একেই আছে নে?"

"হয়" তেওঁ কলে—"মই তোমাক ভাল পাওঁ। কাৰণ তুমি সুন্দৰী, তোমাৰ সৌন্দৰ্য অকৃত্ৰিম, শান্ত, সুন্দৰ।"

"আৰু মোৰ শৰীৰ?"

"আঙুৰ থোপাৰ নিচিনা কোমল, লাৱণ্যময়।"

"আঃ! কপালখন?"

"বহল, মিহি আৰু উজ্জ্বল।"

"সঁচাকৈ?"—মই হাঁহিব ধৰিলোঁ।

"কিয় ইমান হাঁহিছা?"

"এটা কথা ভাবিছোঁ যে, আপুনি মোৰ দাপোণ। আপোনাৰ কথাৰ মাজত মই মোৰ ছায়া দেখোঁ।"



"লতা, যদি চিৰকাল দাপোণ হৈয়ে থাকিব পাৰিলোঁহেঁতেন।"

"সঁচাকৈ নে?"

"তোমাৰ দাপোণ হবলৈ—তোমাৰ সৌন্দৰ্যক প্ৰতিবিম্বিত কৰিবলৈ তুমি মোৰ হোৱা। মোৰ বেছি নহলেও কিছু সম্পত্তি আছে। তোমাৰ একোৰে অভাৱ নহব, আৰু মই তোমাক সুখী কৰিবলৈ মোৰ সমস্ত শক্তিৰে, সমস্ত অন্তৰেৰে সৈতে চেষ্টা কৰিম।"

তেওঁৰ কথা শুনি মই মোৰ আই আৰু পিতাৰ কথা ভাবিলোঁ। মোৰ বিয়া হলে তেওঁলোকৰ মূৰৰ পৰা এটা বোজা নামিব। খৰচ বহুত কম হব।

"মোক যদি বিয়াই কৰাই"—মই কলোঁ—"আপুনি পুৰুষ—মনে মনে আপুনি নিশ্চয় অস্বস্তি বোধ কৰিব—কাৰণ মইতো দেখা নাপাওঁ।"

"হায়!"—তেওঁ প্ৰায় চিঞৰি উঠিল—"এটা কথা তেনেহলে স্বীকাৰ নকৰি উপায় নাই।"

"কি কথা?" মই সুধিলোঁ।

"মই নিতান্তই সাধাৰণ মানুহ। মই দেখিবলৈ শুৱনি নহওঁ। মোৰ বিদ্যাৰ পৰিচায়ক কোনো উপাধিও নাই। মোৰ দুৰ্ভাগ্যৰ শেষ সীমা হল তেতিয়া যেতিয়া বসন্ত ওলাই মোৰ মুখখন বিকৃত হৈ গল। গতিকে এজনী কণা ছোৱালী বিয়া কৰোৱাত মোৰ স্বাৰ্থপৰতাহে দেখুওৱা হৈছে। মই কোনো বিনয় কৰা নাই।"

মই তেওঁলৈ মোৰ হাতখন আগবঢ়াই দিলোঁ।

"কব নোৱাৰোঁ। আপুনি কিজানি নিজৰ ওপৰত নিষ্ঠুৰ হৈছে। কিন্তু মোৰ বিশ্বাস আপুনি মহৎ আৰু সত্যবাদী। তেনেহলে মোক গ্ৰহণ কৰক। মই অন্ধ—জানেই। কোনো অৱস্থাতেই আপোনাৰ প্ৰতি মোৰ প্ৰীতি নকমে। আপোনাৰ প্ৰীতি মোৰ আত্মাৰ মৰুভূমিৰ উৰ্বৰতা সদৃশ হব।"

ভাল কৰিলোঁ নে বেয়া কৰিলোঁ—মই নাজানোঁ। কিন্তু ভাই গীতা, মই মোৰ আই-বোপাইক মুক্তি দিবৰ কাৰণেহে এনে কৰিলোঁ। বোধ কৰোঁ, মোৰ অন্ধতাৰ ভিতৰতো মই ঠিক বাটকে বিচাৰি উলিয়াইছোঁ।

পঞ্চম চিঠি।

তোমাৰ মৰমীয়াল চিঠিখনৰ বাবে অশেষ ধন্যবাদ।

আজি দুমাহ হল, মোৰ বিয়া হৈছে। মোৰ সুখৰ সীমা নাই। মোৰ একোৰে অভাৱ নাই। স্বামীৰ আদৰত, আই-বোপাইৰ মৰমৰ মাজত মোৰ অন্ধতাৰ কাৰণে দুখ নাহেই। মোৰ স্বামীয়ে আমাৰ দুয়োৰে দেখা কামটো কৰে।

মোৰ বিয়াৰ দিনাৰ সাজ-পোচাক, উৎসব-আমোদ সকলোবিলাক মোৰ দাপোণে মোক এটা এটাকৈ কৈ গৈছিল। ইমান ভালকৈ কৈছিল যে, মোৰ বিশ্বাস, মোৰ দৃষ্টি থাকা হলেও তাতকৈ বেছি একো দেখা নাপালোঁহেঁতেন।

গধূলি আমি দুয়ো ফুলনিত ফুৰোঁ। তেওঁ ফুলবিলাক আনি মোৰ নাকৰ কাষত ধৰে, চৰাইৰ মাত শুনায়, ফলবিলাক মুখত



সুমাই দিয়ে। কেতিয়াবা আমি থিয়েটাৰলৈ যাওঁ। তেওঁ মোক যথাসম্ভৱ সকলোবিলাক কৈ যায়। তেওঁ শুৱনি নহয়—কিন্তু তাৰ বাবে মোৰ বেজাৰ কি? মই সুন্দৰ কেনে বা অসুন্দৰ কেনে নাজানো—কিন্তু মৰম প্ৰীতি বুজি পাওঁ।

থাওক বাৰু এতিয়া। মোৰ সুখত তুমি নিশ্চয় সুখী হবা।



ষষ্ঠ চিঠি।

গীতা, মই মাক; মোৰ এজনী ছোৱালী হৈছে; কিন্তু মই তাইক দেখা নাপাওঁ। তেওঁলোকে কয় তাই বোলে বৰ সুন্দৰী। তাই বোলে ঠিক মোৰেই সৰু জীৱন্ত প্ৰতিমূৰ্তি। কিন্তু মই তাইক দেখা নাপাওঁ। মাকৰ কি আচৰিত স্নেহ! মই অন্ধ; প্ৰকৃতিৰ সুন্দৰ ৰূপ মই দেখা নাপাওঁ—আই, বোপাই, স্বামী কাকো দেখা নাপাওঁ—কিন্তু মোৰ ছোৱালীজনীক নেদেখি যেন মই থাকিব নোৱাৰোঁ; মই সহ্য কৰিব নোৱাৰোঁ। আঃ! যদি মোৰ চকুৰ পৰা কলা ফিটাডাল এক মুহূৰ্তলৈও আঁতৰি গলহেঁতেন—যদি মই তাইক বিজুলিৰ ছাটি এটাৰ নিচিনাকৈ এক মুহূৰ্তৰ কাৰণেও দেখা পালোঁহেঁতেন। মই যে কিমান সুখী হলোঁহেঁতেন—মোৰ বাকী জীৱনটোৰ কাৰণে মই গৰ্বিতা হৈ থাকিলোঁহেঁতেন।

মোৰ স্বামীয়ে এইবাৰ কিন্তু মোৰ দাপোণৰ কাম কৰিব নোৱাৰিলে। তেওঁ এনেই কয়—তাইৰ হেনো সুন্দৰ কোকোৰা

চুলি, ডাঙৰ ভাহি থাকা চকু আৰু মিঠা ৰঙচুৱা হাঁহি। কি হব সেইবিলাক কলে,—তাই যেতিয়া মোৰ কোলালৈ হাত মেলি আহে, মইতো তাইক দেখা নাপাওঁ।

সপ্তম চিঠি।

গীতা, মোৰ স্বামী এজন দেৱতা। তেওঁ কি কৰিব খুজিছে জানা? তেওঁ মোৰ দৃষ্টি ফিৰাই দিব খুজিছে। যোৱা বছৰ মোৰ অলক্ষিতে তেওঁ মোৰ চকুৰ প্ৰতি দৃষ্টি ৰাখিছিল। ডাক্তাৰ তেওঁ নিজে। তেওঁ মোৰ কাৰণেই ডাক্তাৰি শিকিলে—যদিও তেওঁৰ স্বভাৱৰ একেবাৰে বিৰুদ্ধ।

"লতা, মই কি আশা কৰোঁ জানা?"

"এইটোও সম্ভৱ নে?"

"হয়, সেই লোচনবিলাক যে মই তোমাক ছালৰ উপকাৰী বুলি ব্যৱহাৰ কৰিব দিছিলোঁ—সেইবিলাক আচলতে এটা বৰ দৰকাৰী অপাৰেচনৰ যোগাৰ হে।"

"কি অপাৰেচন।"

"চকুৰ ওপৰৰ বগা ছালখনৰ।"

"তোমাৰ হাত নকঁপিব নে?"

"নকঁপে, মোৰ বিশ্বাস, মই কৃতকাৰ্য হম—কাৰণ মোৰ মনটো আবদ্ধ থাকিব।"

মই তেওঁৰ হাতখন লৈ কলোঁ—"তুমি মানুহ নহয়, দেৱতা।"



"আঃ" তেওঁ কলে—"আৰু অলপ ওচৰলৈ আহা—মোক সপোনৰ এই শেষ মুহূৰ্ত কেইটা উপভোগ কৰিব দিয়া।"

"তাৰ মানে?"

"তাৰ মানে—ভগৱানৰ সহায়ত তুমি তোমাৰ দৃষ্টি ফিৰাই পাবা।"

"তাৰ পাচত?"

"তাৰ পাচত তুমি মোক দেখা পাবা—চুটি-চাপৰ, কুৎচিত।"

তেওঁৰ কথাত মোৰ আন্ধাৰৰ ভিতৰেদি যেন একুৰা পোহৰ ছিটিকি গল। মোৰ কল্পনা একুৰা জুইৰ দৰে জ্বলি উঠিল।

"তোমাৰ যদি মোৰ প্ৰীতিৰ ওপৰত বিশ্বাস নাই, যদি ভাবা যে, তোমাৰ ৰূপ দেখিলে তোমাৰ প্ৰতি মোৰ ভালপোৱা আৰু ভক্তি অন্তৰ্হিত হব, তেন্তে মোক মোৰ স্বৰ্গীয় আন্ধাৰৰ মাজত এনেকৈয়ে এৰা।"

উত্তৰত তেওঁ কেৱল মোৰ হাতখন অলপ জোৰেৰে জোকাৰি দিলে।

আইৰ মুখে শুনিব পালোঁ—এমাহ মানৰ ভিতৰত অপাৰেচন আৰম্ভ হব বোলে।

মোৰ স্বামীৰ বিষয়ে শুনা কথাবিলাক মোৰ মনত পৰিল। আই কৈছিল, তেওঁৰ গোটেই মুখখনত হেনো বসন্তৰ দাগ। পিতাই কৈছিল,—তেওঁৰ চুলিবিলাক বৰ পাতল, নায়েই বুলিব লাগে, চাকৰাণীজনীয়ে কয়, তেওঁ হেনো বুঢ়া।

চাকৰটোৱে কয় যে, আই ওলাই মুখত দাগ পৰাটো এটা দুৰ্ঘটনা, চুলি নাই, সেইটো বাৰু বুদ্ধি বা ভাগ্যৰ পৰিচায়ক। কিন্তু বুঢ়া যে, সেইটোহে দুখ-লাগা। আৰু দুৰ্ভাগ্যবশতঃ নিয়তিৰ দুবিপাকত তেওঁ যদি মোতকৈ আগেয়ে ঢুকায়—মই হয়তো তেওঁক প্ৰীতি-ভক্তি দিবলৈ বৰ কাম সময় পাম।

সচাকৈ কবলৈ গলে, গীতা, তোমাৰ যদি এতিয়াও সেই সাধুকথাবিলাক মনত আছে—যিবিলাক আমি দুয়ো একেলগে পঢ়িছিলোঁ—তুমি পঢ়ি গৈছিলা আৰু মই একমনে শুনি গৈছিলোঁ—তুমি স্বীকাৰ কৰিবা যে, মোৰ অৱস্থা সেই "ধুনীয়া আৰু গাহৰি"ৰ নিচিনা হৈছে; কেৱল যাদুৰ দ্বাৰা পৰিবৰ্তন-টোহে নাই। ইতিমধ্যে মোৰ নিমিত্তে অলপ প্ৰাৰ্থনা কৰিবা, ভাই, কোনে জানে—হয়তো ঈশ্বৰৰ সহায়ত তোমাৰ সুন্দৰ সুন্দৰ চিঠিবিলাক কিজানি কেইদিনমানৰ পাচত পঢ়িবই পাৰা হওঁ।

## শেষ চিঠি।

আঃ ভাই গীতা, চিঠিখনৰ আৰম্ভখিনি নপঢ়াকৈ তোমাৰ স্বভাৱ মতে শেষখিনি আগেই নপঢ়িবা দেই। মোৰ দুখ, ভাগ্য আৰু আনন্দৰ ভাগ লবা ভাই।

আজি পোন্ধৰ দিন আগে অপাৰেচন হল। এখন কঁপা হাত মোৰ চকুৰ ওপৰত অনুভৱ কৰিছিলোঁ। মই দুটা চিঞৰ মাৰি উঠিলোঁ; তাৰ পাচত মই দিন ৰাতি পোহৰ সকলো দেখা পোৱা হলোঁ। ঠিক সেই মুহূৰ্ত্ততে মোৰ পুৰি থাকা কপাল-



খনৰ ওপৰত এটা বেণ্ডেজ বান্ধি দিলে। মোৰ অন্ধতা দূৰ হল। কেৱল অলপমান ধৈৰ্য আৰু অকণমান সাহসৰ দৰকাৰ হব। মোৰ স্বামীয়ে মোক জীৱনৰ প্ৰধান সুখ ফিৰাই দিলে।

কিন্তু মই স্বীকাৰ কৰিবই লাগিব নে? মই এটা বৰ মূৰ্খামি কৰিলোঁ। মই মোৰ ডাক্তাৰৰ কথা নুশুনিলোঁ। তেওঁ এইটো নাজানিব, কাৰণ তেতিয়া মোৰ ব্যগ্ৰতাত একো অনিষ্টৰ ভয় নাছিল। তেওঁলোকে ছোৱালীজনীক মোৰ ওচৰলৈ লৈ আহিছিল। তাই চাকৰাণীজনীৰ কোলাত আছিল। তাই কোমল মাতেৰে 'মা' বুলি মাতিলে। মই আৰু থাকিব নোৱাৰিলোঁ; বেণ্ডেজটো টান মাৰি সোলোকাই পেলালোঁ।

"আঃ তাই কেনে সুন্দৰ"—মই চিঞৰ মাৰি উঠিলোঁ—"মই তাইক দেখা পাওঁ।"

চাকৰাণীজনীয়ে লৰালৰি কৰি বেণ্ডেজটো আকৌ বান্ধি দিলে। ছোৱালীজনীৰ কোমল ৰঙচুৱা মুখখন মোৰ মনত থাকি গল—চকু বান্ধি থোৱাত মোৰ আৰু বিশেষ একো কষ্ট নহল।

যোৱা কালি আয়ে মোক সাজ-পাৰ পিন্ধাব আহিছিল। বহুত সময় বাচি বাচি মোৰ নীলাপাটৰ গুণাৰ বন কৰা মেখেলা-চাদৰ এজোৰ মোক পিন্ধাই দিলে—খোপাটো বহুত সময় ধৰি বান্ধি এটা গোলাপ ফুল পিন্ধাই দিলে। যেতিয়া সাজ-কাচ হল, আয়ে কলে—"বেণ্ডেজটো খোলা।"

মই খুলিলোঁ। তেতিয়া ঘৰৰ ভিতৰত যদিও অকণ অকণ হে পোহৰ পৰিছিল তথাপি মোৰ মনত হল—মই যেন ইমান

সুন্দৰ একো দেখাই নাই। মোৰ আই আৰু দেউতাই মোক বুকুৰ মাজত সাবটি ধৰিলে—মোৰ ছোৱালীজনীক বুকুৰ মাজলৈ সোমাই ললোঁ।

"তুমি সকলোকে দেখিলা"—পিতাই কলে—"কেৱল নিজক দেখিব বাকী।"

"মোৰ স্বামী"—মই কলোঁ—"মোৰ স্বামী কত?"

"তেওঁ লুকাই আছে"—আয়ে কলে।

তাৰ পাচত মোৰ মনত পৰিল—তেওঁৰ কুৰূপ, বসন্তৰ দাগ, অলপ চুলি, আৰু তেওঁৰ বৃদ্ধত্বৰ কথা।

"নাই, নাই, তেওঁক আহিব কোৱা—তেওঁ সুন্দৰ, সকলোতকৈ সুন্দৰ"—মই কলোঁ।

"তেওঁ আহে মানে"—আয়ে কলে—"তুমি নিজৰ সৌন্দৰ্য চোৱা—সৌ আইনাখনত চোৱাচোন। তোমাৰ যিমান খুচি নিজক চাই চাই ইমান দিনৰ হেপাহ পলুৱা।"

মই তাকে কৰিলোঁ—কিছু অভিমানবশতঃ আৰু কিছু কৌতুহলৰ কাৰণে। মই কুৎচিৎ হলেই বা কি লোকচান আছিল? মোৰ কুৰূপতা মোৰ দাৰিদ্ৰ্যতাৰ নিচিনাকৈ মোৰ পৰা লুকাই থাকিলেই বা কি লোকচান আছিল?

তেওঁলোকে মোক ডাঙৰ আইনাখনৰ ওচৰলৈ লৈ গল। মই আনন্দতে চিঞৰ মাৰি উঠিলোঁ। মোৰ লাহী দেহ, গোলাপী ৰং, উজ্জ্বল কলা চকু দুটাৰে মোক অপূৰ্ব সুন্দৰী দেখুৱাইছিল। যি হওক, মই নিজৰ ইচ্ছামতে মোক চাব



নোৱাৰিলোঁ। কাৰণ আয়নাখন অলপ অলপ কঁপি আছিল আৰু উজ্জ্বল আয়নাখনৰ ওপৰত মোৰ প্ৰতিমূৰ্তিটো যেন আনন্দত নাচি উঠিছিল। কিহে নো আয়নাখন কঁপাইছে, তাকে চাবলৈ মই আয়নাখনৰ পিচপিনে চালোঁ।

এজন ডেকা মানুহ ওলাই আহিল। ডাঙৰ কলা চকু, সুন্দৰ সুগঠিত দেহ,—এজন ডেকা—তেওঁৰ কোটটোৰ ওপৰত সৈন্য-বিভাগৰ ডাঙৰ কৰ্মচাৰীৰ সম্মানসূচক চিন। এজন অচিনাকী মানুহৰ আগত মই এনে আহম্মখৰ নিচিনা নিজৰ ৰেহৰূপ চাই থকা ভাবি মোৰ লাজ লাগিল।

"এবাৰ চোৱা"—মোৰ আয়ে তেওঁৰ উপস্থিতিৰ পিনে মনোযোগৰ কোনো লক্ষণ নদেখুৱাই কলে—"কেনে সুন্দৰ তোমাৰ গাৰ ৰং—ঠিক গোলাপফুলৰ দৰে।"

"আই"—মই ডাঙৰকৈ মাতিলোঁ।

"তোমাৰ বাহু দুটা চোৱাচোন"—বুলি আয়ে মোৰ চোলাৰ হাতখন মোৰ কান্ধৰ ওপৰলৈ কোচাই দিলে; অলপো দ্বিধা নকৰি।

"কিন্তু আই"—মই কলোঁ—"এজন অচিনাকি মানুহৰ আগত তুমি এইবোৰ কি কৰিছা?"

"অচিনাকি মানুহ? সেইখন আয়না।"

"মই আয়নাখনৰ কথা কোৱা নাই; কিন্তু তাৰ পিচ পিনে নাটকৰ নায়কৰ নিচিনাকৈ লুকাই থকা এই মানুহজনৰ কথাহে কৈছোঁ।"

"দূৰ গাধা"—মোৰ দেউতাই কলে "তোৰ ইমান লাজ কৰাৰ দৰকাৰ নাই ; সেইটো দেখোন অনিল।"

"তুমি"—মই চিঞৰ মাৰি উঠিলোঁ আৰু তেওঁৰ পিনে আগবাঢ়ি গলোঁ ; কিন্তু অলপ থমকি ৰৈ গলোঁ। তেওঁ কি আশ্চৰ্য্য সুন্দৰ—উঃ—মোৰ ইমান যে আনন্দ হল। অন্ধ, মই অকৃত্ৰিম বিশ্বাস লৈ তেওঁক ভাল পাইছিলোঁ। নতুন এটা ভাৱত মোৰ বুকুখন নাচিব ধৰিলে—তেওঁৰ এই যথাৰ্থ মহত্বই মোক আচৰিত কৰি দিছিল। মই অন্ধ বুলি যাতে মোৰ মনত অনুশোচনা নাহে, সেই কাৰণে তেওঁ সকলোকে তেওঁক কুৎচিত বুলি কবলৈ কৈছিল—যাতে মোৰ মনত সান্ত্বনা থাকে।

তেওঁ একো নামাতি অলপ হাঁহি মোৰ পিনে চাই ৰল। আয়ে আনন্দৰ চকু পানী টুকি মোৰ হাতখন তেওঁৰ হাতৰ ওপৰত থৈ দিলে।

"তুমি ইমান সুন্দৰ"—তেওঁ আনন্দত বিভোল হৈ কলে।

"তোষামোদকাৰী"—মই তেওঁ লৈ চাই কলোঁ।

"নহয়, মই অকলে যেতিয়া তোমাৰ 'দাপোণ' আছিলোঁ, তেতিয়া যেনিবা মই তাকে কৈছিলোঁ। কিন্তু চোৱা, এই মোৰ সহযোগী দাপোণ—যাৰ আগত তুমি এই মাত্ৰ নিজৰ সমালোচনা কৰিছিলা—ই মোৰ লগত একে মতৰ আৰু ইও প্ৰমাণ কৰিছে যে, মই ঠিক কথাই কৈছোঁ।"

"Leo Leshes"

—–—

# বলেশ্লভ।

এদিন মোৰ বন্ধু এজনে মোক এই গল্পটো কৈছিল—

মই যেতিয়া মস্কোত থাকি পঢ়িছিলোঁ, এটা সৰু ঘৰত আছিলোঁ। মোৰ ঘৰৰ ওচৰতে এজনী অদ্ভুত ধৰণৰ ছোৱালীও আছিল। তাইৰ জাতি পোল আৰু নাম আছিল 'টেৰেছা'। তাই মস্ত ওখ, শকত আৰু বলী। ৰংটো আছিল বেচ কলা, চেলাউৰি দুটা ডাঠ আৰু মুখৰ গঢ় এনে কুৎচিত আছিল যে, বিধাতাই যেন তাইক কুঠাৰে দিহে কাটি উলিয়াইছিল। মাতটো তাইৰ বৰ কৰ্কৰা আৰু আচাৰ-ব্যৱহাৰ আছিল সদায় দন্দুৰা ভাৱৰ। শকত, বলিষ্ঠ শৰীৰ লৈ তাই গোটেই মানুহজনী বৰ ভীষণ কুৎচিত আছিল।

ছাদৰ ওপৰত সমুখা-সমুখি আমাৰ ঘৰ। যেতিয়া তাই ঘৰত আছে বুলি জানো, মই মোৰ দুৱাৰখন কেতিয়াও নেমেলোঁ। কেতিয়াবা তাইক চিৰিৰ মাজত বা চোতালত লগ পাওঁ ; তাই মোৰ পিনে চাই একোটা কাঠ হাঁহি মাৰে। মই প্ৰায়েই তাইক অচিজিল হৈ থাকা চুলি আৰু বঙা ঘোপা চকুৰে ঘৰলৈ আহা দেখোঁ। এনে সময়ত যদি তাই মোক দেখে, এটা অশিষ্ট হাঁহি মাৰি মোলৈ চাই "হ্বালো ষ্টুডেন্ট" বুলি কৈ গুচি যায়।

তাইৰ এই অৰ্থহীন হাঁহিটো মোৰ বৰ অসহ্য আছিল। মই তাইক যেতিয়াই তেতিয়াই লগ পোৱাৰ হাত সাৰিবলৈ ঘৰটো বদলি

কৰিলোহেঁতেন ; কিন্তু ঠাইখিনি এনে সুন্দৰ আছিল যে, গোটাই নগৰখনকে তাৰ পৰা দেখা যায় ; আলিটোতো হাই-উৰুমি বেছি নাই। সেই দেখি তাতে থাকি গলোঁ।

এদিন ৰাতিপুৱা কাপোৰ-কানি পিন্ধি মই বিছনাতে বাগৰ দি আছিলোঁ। দুৱাৰখন হঠাৎ মেল খাই গল আৰু দুৱাৰ মুখত টেৰেছাৰ মূতি দেখা গল।

"হ্যালো ষ্টুডেণ্ট"—তাই তাইৰ কণ্ঠৰা মাতেৰে মোক সম্বোধন কৰিলে।

"তোমাক কি লাগে"—মই সুধিলোঁ।

তাইৰ পিনে চাই তাইৰ মুখত এটা সসঙ্কোচ লাজৰ ভাৱ দেখিলোঁ—এনে ভাৱ মই তাইৰ মুখত আগে কেতিয়াও দেখা নাই।

"আপুনি যদি দয়া কৰি মোক এটা কাম কৰি দিলেহেঁতেন! অনুগ্ৰহ কৰি নকৰোঁ নুবুলিব।"

বিছনাত পৰি মই ভাবিলোঁ, এইটো কেৱল ভুৱা ; কিন্তু একো নকলোঁ।

"মই ঘৰলৈ এখন চিঠি লিখিব খুজিছোঁ"—তাই কলে। তাই কি দুষ্টালি কৰিব আৰম্ভ কৰিছে—মই ভাবিলোঁ।

মই বিছনাৰ পৰা জাপ মাৰি উঠি আহি টেবিলত বহি কাগজ-কলম উলিয়াই লৈ কলোঁ—"ভিতৰলৈ আহা আৰু কি লিখিব লাগে কোৱা।"



তাই সোমাই আহিল আৰু মোৰ চকুলৈ এবাৰ তীক্ষ্ণ দৃষ্টিৰে চাই অলপ সংকোচ ভাৱ কৰি বহিল।

"কালৈ লিখিব লাগে"—মই সুধিলোঁ।

'বলেশ্লভ কাছচ্পাট' লৈ, তেওঁ 'ছুইনজিয়ানী'ৰ 'ৱাৰ্চ ৰেইল ৰোডত থাকে।

"কি লিখিব লাগে কৈ যোৱা।"

"মৰমৰ বলেশ্লভ, মোৰ প্ৰিয়তম, মোৰ প্ৰাণ, ভগৱানে তোমাক ভালে ৰাখক। মৰমৰ বলেশ্লভ, তুমি কিয় তোমাৰ অকণি পখী টেৰেছালৈ ইমান দিন একো চিঠি-পত্ৰ দিয়া নাই—মোৰ মনত যে কিমান বেয়া লাগে!"

মই তাইৰ কথা শুনি কোনো মতেহে হাঁহি ৰাখি আছিলোঁ। চিঠিৰ দুখত কাতৰ 'অকণি পখী' ওখই প্ৰায় ছয়ফুট ; পালোৱানৰ দৰে শকত হাত-ভৰি আৰু কলা মুখৰ অকণি পখীয়ে গোটেই জীৱন যেন কেৱল চিমনিহে চাফা কৰি ফুৰিছে আন একো কৰা নাই—ভাবিলে হাঁহি উঠে। কিন্তু মই খুব গহীন হৈ থাকিলোঁ আৰু সুধিলোঁ—"বলেশ্লভ কোন?"

"বলেশ্লভ, ডাঙৰীয়া।" তাই কিছু আচৰিত হোৱাৰ নিচিনাকৈ উত্তৰ দিলে, যেন বলেশ্লভ কোন, নজনাটো কল্পনাৰ অতীত।

"বলেশ্লভে মোক বিয়া কৰাব—"

"বিয়া কৰাব?"

"আপুনি কিয় ইমান আচৰিত হৈছে ? মোৰ নিচিনা গাভৰু ছোৱালী এজনীৰ বিয়া হব নোৱাৰে জানো ?" তাই কলে।

গাভৰু ছোৱালী ! কি হাঁহি উঠা কথা !

"হব পাৰে ?"—মই কলোঁ। "কিমান দিন হল তোমালোকৰ বিয়াৰ ঠিক হোৱা ?"

"দহ বছৰ হল।"

ভাল কথা। মই তাইৰ চিঠি লিখি দিলোঁ। ইমান মৰম-প্ৰীতিৰে ভৰ্তি চিঠি যে, মোৰেই 'বলেশ্লভ' হবৰ মন গৈছিল —কেৱল যদি চিঠি টেৰেছাৰ বাহিৰে আন এজনী ছোৱালীৰ পৰা আহিলহেঁতেন।

"বহুত ধন্যবাদ ডাঙৰীয়া !" টেৰেছাই কলে। তাই যেন বৰ উত্তেজিত হৈছিল। "মই আপোনাৰ কিবা সৰু-সুৰা কাম কৰিব পাৰো নে ?"

"নালাগে, ধন্যবাদ।"

"মই আপোনাৰ ফটা কামিজ, মোজা এইবিলাক চিলাই কৰি দিব পাৰোঁ।" মই বৰ বিৰক্তি বোধ কৰিছিলোঁ আৰু তাইক সংক্ষেপতে বুজাই দিলোঁ যে, তাই মোক একো কৰি দিব নালাগে।

তাৰ পাচত তাই গুচি গল।

দুসপ্তাহ হৈ গল। এদিন আবেলি মই খিৰিকিৰ ওচৰত সুহুৰিয়াই সুহুৰিয়াই বহি আছোঁ—একো কৰিবলৈ মন নোযোৱা সময় কেনেকৈ কটোৱা যায় ভাবি। বতৰটো বৰ বেয়া আছিল। বাহিৰলৈ যাবৰ মন নগল। হঠাৎ দুৱাৰখন মেলা গল।



"উঃ ৰাম !"—মই ভাবিলোঁ—"কোনোবা আহিছে—বেচ সময় কটাব পাৰা হব।"

"ডাঙৰীয়া, আপুনি এতিয়া কিবা কামত ব্যস্ত আছে নে কি ?" দেখিলোঁ টেৰেছা। মই কিন্তু অন্য কাৰবাক দেখিলেহে বেছি ভাল পালোঁহেঁতেন।

"নাই, কিয় ?"

"মোক আপুনি আৰু এখন চিঠি লিখি দিব লাগে।"

"বাৰু ! 'বলেছ' লৈ—"

"নহয়, মোক তেওঁৰ উত্তৰ লাগে।"

"কি ?"—মই সুধিলোঁ।

"মোক ক্ষমা কৰিব ডাঙৰীয়া ! মই মহামূৰ্খ। মই আপোনাক সকলো কথা খুলি কোৱা নাই। মোৰ কাৰণে লিখিব নালাগে, কিন্তু মোৰ চিন-জানা মানুহ এজনৰ কাৰণে। তেওঁ লিখিব নাজানে—তেওঁৰো মোৰ নিচিনা বিয়া কৰাব খোজা ছোৱালী এজনী আছে।"

মই তাইলৈ চালোঁ। তাইৰ লাজ লাগা যেন দেখিলোঁ। তাই যেন বিবুদ্ধি হৈছিল ; লগতে হাতখনো অলপ অলপ কঁপিছিল। মোৰ বোধেৰে মই কিজানি বুজিব পাৰিছিলোঁ।

মই কলোঁ, "হেৰা, চোৱা, তুমি যে মোক তোমাৰ আৰু বলেশ্লভৰ কথা কৈছিলা—এই সকলোবিলাক খাটি কল্পনা ; তুমি মিছা কৈছিলা। সেইটো ইয়ালৈ আহিবৰ তোমাৰ এটা

ছল মাত্ৰ। মই তোমাৰ কাৰণে আৰু একো কৰিব নোৱাৰোঁ —বুজিছা নে নাই।"

মই দেখিলোঁ, তাই ভয় খাইছে। তাই ৰঙা পৰি গল আৰু কিবা কবৰ বৰ চেষ্টা কৰিলে। মোৰ ভাব্‌ হল, মই তাইৰ প্ৰতি অবিচাৰ কৰিলোঁ। যিয়েই নহওক তাই মোক পথভ্ৰষ্ট কৰাৰ কুমতলবত অহা নাছিল। ইয়াৰ ভিতৰত অন্য কিবা আছে? কিন্তু কি?

"ডাঙৰীয়া," তাই আৰম্ভ কৰিলে। কিন্তু হঠাৎ ঘূৰি তাই ৰুমৰ পৰা ওলাই গল।

মোৰ মনত বৰ অস্বস্তি লাগি থাকিল। তাইৰ ঘৰৰ দুৱাৰ-খন খুব জোৰেৰে বন্ধ কৰা মই শুনিলোঁ। তাইৰ বোধ কৰোঁ খং উঠিছিল। মই অলপ সময় ভাবিলোঁ আৰু তাইক আকৌ মাতি আনিম বুলি ঠিক কৰিলোঁ। মই তাইৰ চিঠি লিখি দিম। তাইৰ কাৰণে মোৰ অলপ দুখ লাগিল। মই তাইৰ ৰুমলৈ গলোঁ; দেখিলোঁ, তাই হাতৰ মাজত মুখখন লুকাই টেবিলত বহি আছে।

"শুনা" মই কলোঁ "তুমি—"

যেতিয়া মোৰ এই খিনি কথা মনত পৰে, মোৰ মনত বৰ আঘাত লাগে। তাই জাপ মাৰি ঠিয় হল—চিধা মোৰ ওচৰলৈ আহিল, তাইৰ চকু দুটা যেন জ্বলিছিল। তাই তাইৰ বাহু দুটা মোৰ কান্ধত থলে আৰু এনেকৈ উচুপিব ধৰিলে যেন তাইৰ গোটেই বুকুখনেই ভাঙি গৈছে।



"তোমাৰ—তোমাৰ—কি হলহেঁতেন আৰু—আৰু—কেই লাইনমান লিখিলে? অ'—তোমাক—এনে—ভাল মানুহ বুলি জানিছিলোঁ! হয়,—কোনো বলেশ্লভ নাই—আৰু—কোনো টেৰেছাও নাই। আছোঁ, কেৱল মই—মই অকলে।"

"কি!" তাইৰ কথাত প্ৰায় বাক্‌শক্তি হেৰাই মই কলোঁ। "তেনেহলে বলেছ বুলি কোনো—কোনো মানুহেই নাই?"

"নাই।"

"আৰু কোনো টেৰেছাও নাই।"

"নাই—মানে—ময়েই টেৰেছা।"

মোৰ মূৰটো যেন ঘূৰিব ধৰিলে। মই তাইলৈ আচৰিত হৈ চালোঁ। আমাৰ কোনোবা এজনৰ নিশ্চয় মতিভ্ৰম হৈছে। তাই টেবিলখনৰ ওচৰলৈ গল, 'ড্ৰুৱাৰ'ৰ ভিতৰখন খুচৰি চালে আৰু এডোখৰ কাগজ উলিয়াই আনিলে।

"এইয়া"—তাই মোৰ ওচৰলৈ আহি কলে—"এইয়া, এই চিঠিখন আপুনি মোক লিখি দিছিল—লৈ যাওক। আপুনি আৰু মোক চিঠি লিখি দিবৰ ইচ্ছা নকৰে—আন দয়ালু মানুহে নিশ্চয় লিখি দিব।"

তাই—মই তাইৰ কাৰণে বলেশ্লভলৈ লিখি দিয়া চিঠিখন হাতত লৈ আছিল। ইয়াৰ কি মাথামুণ্ড অৰ্থ হব পাৰে? "শুনা টেৰেছা"—মই কলোঁ। "এইবিলাক কি কথা? তোমাক আনে কিয় চিঠি লিখি দিব লাগে?—তুমি যেতিয়া এই চিঠিখনেই ডাকত দিয়া নাই।"

"মই কালৈ চিঠি দিম ?"

"কিয় বলেশ্লভলৈ—যি তোমাক বিয়া কৰাৰ খুজিছে।"

"কিন্তু—তেনে কোনো মানুহ নাই।"

মই আৰু একো নুসুধিলোঁ। মই তাৰপৰা গুটি আহাৰ বাহিৰে আন একো কৰিবৰ বা সুধিবৰ কথা ভাবি নাপালোঁ।

কিন্তু তাই আকৌ আৰম্ভ কৰিলে ঃ—

"নাই, তেওঁৰ কোনো চিনেই নাই—বলেশ্লভ বুলি মানুহ নাই—"

এনে ভঙ্গী কৰি কলে যে, তাতেই সকলো বুজিব পাৰি—তাৰ বেছি বুজাই কোৱা অসম্ভৱ।

"কিন্তু মই তেওঁক আচল মানুহ বুলি ধৰিছোঁ। মই জানো যে, মই আনবিলাকৰ নিচিনা নহওঁ—মই জানো যে, মই—কিন্তু তেওঁলৈ চিঠি লিখাৰ পৰা কাৰোতো একো ক্ষতি নহয়।"

"তুমি কি কৈছা ? কালৈ চিঠি লিখাৰ কথা কৈছা।"

"কিয় ? বলেশ্লভলৈ।"

"কিন্তু তুমি মোক এতিয়াই কলা"—মই অলপ খং উঠা সুৰত তেতিয়াও বিবুদ্ধি হৈয়ে কলোঁ—"যে তেনে মানুহ নাই ?"

"অ', মোৰ ঈশ্বৰ ! নাথাকিলেই বা মোৰ ভাত কি ? তেনে কোনো মানুহ নাই, কিন্তু মই ভাবি লওঁ যে, বলেশ্লভ বুলি মানুহ এজন আছে। মই তেওঁলৈ চিঠি দিওঁ, যেন তেওঁ সঁচাকৈ আছে আৰু তেওঁ উত্তৰ দিয়ে। মই আকৌ লিখোঁ—তেৰোঁ আকৌ উত্তৰ দিয়ে—"



অৱশেষত মই বুজিলোঁ। মোক নিজকে দোষী যেন লাগিল—মনে মনে লাজ লাগিল আৰু এনে লাগিল যেন কোনোবাই মোৰ গাত কোব মাৰি দিলে। মোৰ ওচৰতে—প্ৰায় হাতেৰে ঢুকি পোৱাত—এটি প্ৰাণী থাকে—যাক সংসাৰত অলপো মৰম-চেনেহ দেখুৱাবলৈকে কোনো নাই। আই-বোপাই, বন্ধু-বান্ধৱ কোনোৱেই নাই। অকলসৰীয়া জীৱনত তাই এজন প্ৰেমিক—তাইৰ বৰ—কল্পনাতে ভাবি লৈছে।

তাই তাইৰ ডাঙৰ মাতেৰে একে উলাহে কৈ যাব ধৰিলে—"এই চিঠিখন, যিখন তুমি মোৰ কাৰণে বলেশ্লভলৈ লিখি দিছিলা—মই আন এজনক ডাঙৰকৈ পঢ়ি শুনাব দিছিলোঁ। মই শুনো আৰু ভাবোঁ যেন বলেশ্লভ সঁচাকৈয়ে আছে। তাৰ পাচত মই বলেশ্লভৰ পৰা চিঠিৰ উত্তৰ খুজিলোঁ—তেওঁৰ টেৰেছালৈ—মোলৈ। মোৰ প্ৰায় বিশ্বাসেই হব খোজে যে, বলেশ্লভ আছে, কৰবাত আছে—কত থাকে মই নাজানো আৰু সেই কাৰণেই মই জীয়াই থাকিব পাৰিছোঁ। তেনেকৈ ভাবিলে জীৱনটো সিমান টান, সিমান ভয়ানক আৰু অকলসৰীয়া যেন নালাগে।"

সেই দিনাৰ পৰা সপ্তাহত দুবাৰকৈ নিয়মমতে মই টেৰেছাৰ পৰা 'বলেছ'লৈ আৰু 'বলেছ'ৰ পৰা টেৰেছালৈ চিঠি লিখিছিলোঁ। মই ডাঠি কব পাৰোঁ সেই চিঠিবিলাক আবেগে ভৰা আছিল—বিশেষকৈ উত্তৰবিলাক। তাই চিঠিবিলাক পঢ়াই শুনে, শুনি উচুপি উচুপি কান্দে, হাঁহে আৰু বেচ সুখী হয়। চিঠিবিলাক

লিখি দিয়াৰ পৰিবৰ্তে তাই মোৰ ফটা কামিজ, মোজা চিলাই কৰি দিয়ে, জোতাত ৰং দিয়ে, মোৰ টুপি বুৰুজ কৰে।

তিনি মাহ মান পাচত কিবা কাৰণত সন্দেহ কৰি পুলিচে তাইক গ্ৰেপ্তাৰ কৰে আৰু জেলত দিয়ে। মই তাইক আৰু দেখা নাই। খুব সম্ভৱ তাই মৰিছে।

Maxim Gorky

---

# পতাকাৰ মান ৰক্ষা।

যোৱা ৰাতি খোৱা-লোৱাৰ পাচত দুৰ্গৰ ভিতৰত বৰ গৰম পাই আমি বাহিৰৰ ফুল বাগানত বহি নানা কথা-বতৰা পাতি চিগাৰেট হুপি শুই-বহি অলপ ঠাণ্ডা মুকলি বতাহ লৈছিলোঁ। সকলোৱে লাহে লাহে কথা-বতৰা পাতিছিল, যেন গোধূলিৰ শীতল সৌন্দৰ্যত সকলো স্তব্ধ হৈছিল। পূৰ্ণিমাৰ উজ্জ্বল জোনাক পৰি গোটেই বাগানখন জিকমিকীয়া হৈ উঠিছিল। পুখুৰীৰ পানীবিলাক ৰূপাৰ নিচিনা চিক্‌মিক্ কৰি আছিল আৰু তাৰ মাজত এজোৰা বৰফৰ নিচিনা বগা হাঁহে তাৰ জেউতি আৰু বেছি কৰি তুলিছিল। সেনাপতি 'দি এবলিচ্' আৰু মই পুখুৰীটোৰ পাৰত ঘূৰা-ফিৰা কৰি নানা তৰহৰ কথা পাতি আছিলোঁ। লাহে লাহে ফুৰি ফুৰি আমি পুখুৰীটোৰ এটা কোণাত থকা এজোপা কলচীয়া গছৰ ওচৰ পালোঁ। কিছু সময় মনে মনে থকাৰ পাচত মই কলোঁ—

"এনে সুন্দৰ শান্তিময় দৃশ্যই আপোনাৰ যুদ্ধৰ স্মৃতিবিলাক মনত পেলাই দিছে—নহয় নে সেনাপতি ?"

"তোমাৰ দিব্য-দৃষ্টি আছে নে কি ?"—তেওঁ থমকি ৰৈ কলে।

"মোৰ সাধাৰণ দৃষ্টিয়ে বৰ কম"—মই হাঁহি কলোঁ—"কাৰণ মই দূৰলৈ ভালকৈ নেদেখোঁ; কিন্তু কিয় এনে প্ৰশ্ন কৰিলে মঁচিয়ে?"

"কাৰণ ঠিক এই মূহূৰ্ততে মোৰ গত সৈনিক জীৱনৰ এটা দৃশ্য মনত পৰিছে। ঠিক এনে এটা গোধূলিৰ কথা—এনে সুন্দৰ নহলেও ঠিক এনেকুৱা শান্তিপূৰ্ণ আছিল।"

"মোক কোৱাত কিবা আপত্তি আছে নে?"

তেওঁ অলপ দোধোৰ-মোধোৰ কৰিলে, এটা দীঘল হুমুনিয়াহ কাঢ়ি অলপ লাহে লাহে কবলৈ ধৰিলে—

"ওঁ—ওঁ, নাই বিশেষ। মই তেতিয়া 'মেট্ৰজ্' ত আছিলোঁ। মই যিদিনাৰ কথা কৈছোঁ, সেইদিনা ২৭ অক্টোবৰ আছিল। মোৰ ওপৰত এটা খবৰ দিয়াৰ আদেশ আছিল—তাৰ অৰ্থ, মই অতি স্পষ্টকৈ অৰ্থ বুজিব পাৰিছিলোঁ।

"সেই আদেশৰ মৰ্ম আছিল—মই আমাৰ এদল মাৰ্চ কৰি থকা সৈন্যক থমাব লাগে। সিহঁতৰ ঠিক নম্বৰ মোৰ মনত নাই। মই সিহঁতক লগ ধৰিলোঁ আৰু সিহঁতক থমালোঁ। মই আকৌ ফিৰিবৰ যোগাৰ কৰিছোঁ, কেৱল মোৰ ঘোৰাটোক অলপ জিৰাবলৈ সময় দিছিলোঁ। আমি তেতিয়া বোধ কৰোঁ 'কোলোম্বে' নামে এখন গাওঁৰ ওচৰত এডোখৰ সমান মুকলি ঠাই পাইছোঁ। দুৰ্ঘোৰ বতাহ-বৰষুণে সেই অমঙ্গলীয়া দিনবিলাক বৰ ভয়াবহ কৰি তুলিছিল। কিন্তু সেইদিনা কেইঘণ্টা মানৰ কাৰণে যেন



অলপ শাম কাটিছিল। গাওঁৰ ইফালে-সিফালে থকা খাল-বিলাকৰ পানীত স্থিৰ-শান্ত জোনটো প্ৰতিবিম্বিত হৈ চিকমিকাই আছিল। আমাৰ কল্পনা শক্তিয়ে কত যে হোৱা-নোহোৱা কথা গোটায়। আমাৰ চাৰিওপিনৰ উজ্জ্বল দৃশ্যৰ লগত সিদিনাৰ সেই জলশূন্য খালবিলাকৰ মুঠেই মিল নাই—তথাপিও পানীৰ ওপৰত জোনাকৰ চিক্‌মিক্‌নি দেখি মোৰ এই মাত্ৰ সেইদিনবিলাকৰ কথা মনত পৰি গল। সেই ধুনীয়া হাঁহ দুটা দেখি মোৰ লগৰ অশ্বাৰোহী সৈন্যবিলাকৰ কথা মনত পৰে। বগা হলো চোলাবিলাক পিন্ধি ঠিক এই হাঁহ দুটাৰ দৰে সিহঁত নীৰৱ নিস্তব্ধ হৈ আছিল।

সৈন্যদলে লাইন পাতি হাতত ৰাইফল লৈ সিহঁতৰ ওপৰত কি নতুন আদেশ হয়, শুনিবলৈ ৰৈ আছিল। একুৰা প্ৰকাণ্ড জুই ধৰা হৈছিল আৰু তাৰ চাৰিওফালে কিছুমান অফিচাৰে লাহে লাহে কিবাকিবি কথা-বতৰা পাতিছিল, মুখত তেওঁলোকৰ বিষাদৰ চিন। আগদিনা গোধূলিৰ পৰাই কেম্পত আত্ম-সমৰ্পণ কৰা বুলি এটা জনৰব উঠিছিল। সৈন্যদলৰ কৰ্ণেল এজন বয়সস্থ মানুহ, ঘন ৰঙচুৱা তেওঁৰ গোফ। তেওঁ অলপ আঁতৰত ইফাল-সিফাল কৰি ফুৰি ফুৰিছিল। মই আনি দিয়া খবৰটো তেওঁৰ হাতৰ মুঠিত আছিল। হঠাৎ তেওঁ মোৰ ওচৰলৈ আহিল আৰু মোৰ বাহুত ঘপকৈ ধৰিলে।

"কেপ্তেইন"—তেওঁ মোক বেচ খঙৰ সুৰত কলে—"তোমাৰ লগত মোৰ অলপ কথা আছে। ……তুমি হেডকোৱাৰ্টাৰৰ

পৰা আহিছা—তুমি মোতকৈ বেছি খবৰ-বাতৰি জানা……এয়ে শেষ নহয় নে ?”

“সকলোৱেতো তাকেই কয় কৰ্ণেল, আৰু মোৰো বিশ্বাস সেয়ে।”

“তোমাৰো বিশ্বাস সেয়ে! এনে এটা কথা তুমি কেনেকৈ বিশ্বাস কৰিব পাৰিলা ?”

তেওঁ মোৰ হাতখন জোৰে ঠেলা মাৰি দিলে, কিছুদূৰ গৈ আকৌ হঠাৎ ঘূৰি আহি মোৰ চকুলৈ একেথৰে চাই ৰল।

“বন্দী তেনেহলে ?”

“কৰ্ণেল, বোধ কৰোঁ সেয়ে।”

আৰু কিছু সময় কিবা ভাবি তেওঁ মোৰ সমুখত ঠিয় দি থাকিল, তাৰ পাচত মোৰ পিনে চাই তেওঁ যেন কিছু অসাধাৰণ সুৰত কলে—“পতাকাবিলাক ?”

“মই নাজানো কৰ্ণেল।”

“আঃ তুমি নাজানা ?”

আকৌ তেওঁ মোক এৰি পাঁচ-ছয় মিনিট ইফাল-সিফাল কৰি ঘূৰি ফুৰিলে। তাৰ পাচত তেওঁ সৈন্যদলৰ ওচৰলৈ বেগাই আহি আদেশৰ সুৰত কলে—“পতাকা !”

পতাকা হাতত থাকা অফিচাৰজন শাৰীৰ পৰা ওলাই আহিল। কৰ্ণেলে এখন হাতেৰে পতাকাখন ললে আৰু আনখন হাত তুলি বাদ্যকৰ বিলাকক কলে।



“বজোৱা।”

বাজানা বাজি উঠিল।

পতাকাখন ওখকৈ ধৰি কৰ্ণেল জুইকুৰাৰ ওচৰলৈ আহিল; পতাকাখন মাটিত থৈ দিলে। চাৰিওপিনে থাকা অফিচাৰবিলাকলৈ চাই তেওঁ নিজৰ মূৰৰ টুপিটো খুলিলে। আন সকলোৱে তৎক্ষণাৎ তেওঁক অনুকৰণ কৰিলে। সকলোবিলাক অফিচাৰ গহীন-গম্ভীৰ; প্ৰাণহীনৰ নিচিনা স্তব্ধ।

তেওঁ তাৰ পাচত এক মূহুৰ্ত থমকি ৰল। মই তেওঁৰ ওঠ কঁপা দেখিছিলোঁ। তেওঁ যাতনাময় দৃষ্টিৰে সেই ফটা উজ্জ্বল চিহ্ন টুকুৰালৈ চাই ৰল—জন্মভূমিৰ শোচনীয় চিন। অৱশেষত তেওঁ স্থিৰ-সংকল্প হল—আঠু কাঢ়ি বহি লাহে লাহে তেওঁ পতাকাখন জুইত সুমাই দিলে। একুৰা উজ্জ্বল জুই দপ্ দপ্ কৰি জ্বলি উঠিল আৰু অফিচাৰবিলাকৰ বিবৰ্ণ মুখবিলাক স্পষ্ট কৰি ফুটাই তুলিলে। কিছুমানে চকুৰ পানীও মচিছিল।

“বাজানা বন্ধ কৰা” কৰ্ণেলে কলে। আৰু দ্বিতীয় বাৰ ঢোলত কোব পৰিল—বৰষুণৰ পানীত ভিজি থাকা বাদ্যযন্ত্ৰৰ পৰা কৰুণ শোক লগা সুৰ বাজি উঠিল।

“কেপ্তেইন্”—তেওঁ মোক কঠোৰ সুৰত কলে—“তুমি যেতিয়া তালৈ ফিৰি যাবা—সঙ্কোচ নকৰিবা—অলপো সঙ্কোচ নকৰিবা—তুমি যি দেখিলা, সকলো তেওঁলোকক কবা—বিদায়।”

“কৰ্ণেল”—মই তেওঁক কলোঁ। “আপোনাক মই এবাৰ সাবটি ধৰিব পাৰোঁনে ?”

তেওঁ মোক প্ৰবলবেগে সাবটি ধৰিলে আৰু হাতেৰে মুঠি মাৰি ধৰি লাহে লাহে কলে—

"আঃ দুখ নকৰিবা! দুখ নকৰিবা!"

তেওঁৰ কথা শেষ হোৱাৰ লগে লহে মঁচিয়ে ডি এব্লিচে মুখখন মোৰ পৰা ঘূৰাই নিলে। মই এটা দীঘল কঁপা হুমুনিয়াহ শুনিলোঁ। মই তেওঁৰ হাতখন মোৰ হাতত তুলি ললোঁ।

'আঃ', তেওঁ কলে—"তুমি বুজিছা, তেনে মূহূৰ্ত্তত মানুহে কেনে যন্ত্ৰণা অনুভৱ কৰে।"

Octave Fenillet

---

# সপোন।

পৰহি দিনা মোৰ বন্ধু ৰাওলৰ বিয়া হৈ গল। গীৰ্জা পাই মই দেখোঁ যে, বহুত মানুহ গোট খাইছে আৰু বিয়া প্ৰায় শেষ হওঁ হওঁ হৈছে। পুৰোহিতে তেওঁৰ শেষ বাক্য উচ্চাৰণ কৰিছে—"যেতিয়ালৈকে স্বৰ্গত তোমালোকৰ মিলন সম্পূৰ্ণ নহয়—পৃথিবীত তোমালোকে মিলিত হোৱা।"

মই অতি কষ্টেহে নিচিঞৰাকৈ থাকিলোঁ। ৰাওলে কুমাৰী কন্যা বিয়া কৰোৱা নাছিল। তেওঁ বিয়া কৰাইছিল কাউণ্টেছ জীন্ দি চাৰমেলিঅক; মোৰ বন্ধু গেটচন—গেটছন দি চাৰমেলিঅৰ—সুন্দৰী বিধবা পত্নীক। সুন্দৰী কাউণ্টেছে মোৰ বন্ধু দুজনক সুখ দিবৰ কাৰণে নিজক নিয়োগ কৰিছিল। গেটছনৰ পাচত ৰাওল। পৃথিবীত ই এটা সাধাৰণ ঘটনা—গেটছনৰ বিদায়ৰ পাছত ৰাওল। কিন্তু স্বৰ্গত সম্পূৰ্ণ মিলনৰ সময়ত গোলমাল লাগিব। তেতিয়া দুটা হব—গেটছন আৰু ৰাওল, প্ৰথম আৰু দ্বিতীয় স্বামী।

মই গীৰ্জাৰ পৰা আহিলোঁ। দুই-এজন বন্ধুৰ ঘৰলৈ গলোঁ; আকৌ নিজৰ ঘৰলৈ আহি ভাত-পানী খাই অপেৰালৈ গলোঁ। কিন্তু সেই অসম্ভৱ কল্পনাটো মোৰ মনৰ পৰা নাতঁৰিল—"ৰাওল আৰু গেটছনে স্বৰ্গত কিদৰে মিতমাত কৰিব।"

মই বিচনাত পৰিলোঁ। টোপনি আহিল আৰু তেতিয়া মোৰ সপোন আৰম্ভ হল।

মই স্বৰ্গৰ ৰেলৰ ষ্টেচন পাইছোঁ। চাৰিওপিনে গাৰীৰ মানুহৰ হাই-উৰুমি। ষ্টেচনত গাৰী থামাত গাৰীখন একেবাৰে খালি হৈ গল; আৰু ফিৰিবৰ সময়ত দুই-চাৰিটা যাত্ৰী লৈ আকৌ ফিৰি গল। 'চেণ্ট টমাছ'—স্বৰ্গৰ ষ্টেচন মাষ্টাৰ। মই তেওঁৰ লগত কথা-বতৰা হলোঁ। তেওঁ মোক অনুগ্ৰহ কৰি তাৰ বিধি-ব্যৱস্থাবিলাক বুজাই দিলে। তেওঁ কথা কৈ আছে, এনেতে মই হঠাৎ অন্যমনস্ক হলোঁ। কাৰণ এখন প্ৰথম শ্ৰেণীৰ গাৰীৰ ভিতৰত মই সেই ধুনীয়া বিধবা কাউণ্টেছক দেখিলোঁ—গেটছন আৰু ৰাওলৰ ঘৈণীয়েক। তেওঁ বৰ লৰালৰিকৈ আহি ডাঙৰ ডাঙৰকৈ সুধিলে—"স্বৰ্গ, স্বৰ্গ ক'ত? এইয়া মোৰ টিকট।"

তাৰ পাচত চেণ্ট পিটাৰ আহি তেওঁক কলে—"টিকট মেডাম, অনুগ্ৰহ কৰি আপোনাৰ টিকটখন মোক দেখুৱাওক।"

"এইয়া মঁচিয়ে।"

"ঠিক, আপুনি যাব পাৰে। স্বৰ্গলৈ সোমোৱা বাট এইটো, এইপিনে।"

মোৰো তেওঁৰ পাচে পাচে যাবলৈ এটা প্ৰৱল ইচ্ছা হল। কোনে জানে? ৰাওলো কিজানি মৰিছেই। তেতিয়া হলে বিধবা কাউণ্টেছে তেওঁৰ দুই স্বামীক একে লগে পাব।



মই চেণ্ট টমাছক সুধিলোঁ—তেওঁ মোক তাত সোমাব দিব পাৰিব নে নোৱাৰে।

"নিশ্চয়"—তেওঁ কলে।

"বাৰু, কিন্তু বৰ বেছি এঘণ্টাৰ কাৰণেহে। মোক যেন তাত থাকিবলৈ বাধ্য কৰা নহয়—কাৰণ জানেই স্বৰ্গ যিমানেই সুন্দৰ হওক, পৃথিবীত যি কেইবছৰ থাকিব পাৰোঁ, মই তাক হেৰুৱাব নোখোজে। জীৱন মুঠে এটা, কিন্তু স্বৰ্গতো তাৰ পাচত সদায় আছেই।"

"বিশ্বাস কৰক, আপুনি তাৰ পৰা আকৌ ওলাই আহিব পাৰিব।" এইবুলি তেওঁ মোক চেণ্ট পিটাৰৰ ওচৰলৈ লৈ গল আৰু কলে, "এই ভদ্ৰলোক জনৰ পৰিচয় তুমি আকৌ এবাৰ পাবা—তেখেতে এবাৰ ভিতৰ সোমাই চাব খোজে। কিছু সময় থাকি আকৌ ওলাই আহিব।"

"ভিতৰলৈ যাওক ডাঙৰীয়া, আপোনাক তো আকৌ লগ পামেই।"

মই স্বৰ্গৰ ভিতৰ সোমালোঁ। ৰাওল আৰু গেটছনে গাৰীত কোন কোন নতুন যাত্ৰী আহিল অতি আগ্ৰহেৰে তন্ন তন্ন কৰি চাই ফুৰিছিল। ঘৈণীয়েকক দেখি দুয়ো ওচৰলৈ লৰি আহিল।

গেটছনে তেওঁৰ সোঁহাত খন ধৰি এপিনে টানি আনি কৈছে—"জিন্! মোৰ জিন্।" ৰাওলে তেওঁৰ বাওঁ হাতখন ধৰি আন পিনে টানি টানি কৈছে—"মাৰ্থা, মোৰ মাৰ্থা।"

কাউণ্টেছৰ দুটা নাম আছিল। তেওঁ বোধ কৰোঁ ভাৱিছিল যে, প্ৰথম পক্ষৰ স্বামীয়ে ব্যৱহাৰ নকৰা নামটোহে দ্বিতীয় পক্ষৰ ব্যৱহাৰৰ কাৰণে বেছি ভাল হব।

কাউণ্টেছ অতি সুন্দৰী তিৰোতা আছিল আৰু তেওঁৰ ধাৰণা-বিলাক আছিল অতি সুন্দৰ, অতি বিচক্ষণ।

ৰাওলে বা গেটছনে কোনেও কাকো এৰি নিদিয়ে।

"জীন!"

"মাৰ্থা!"

"মই তোমাৰ প্ৰথম পক্ষ।"

"মই তোমাৰ দ্বিতীয় পক্ষ।"

"মোৰ অধিকাৰ সুনিশ্চিত।"

"ডাঙৰীয়া, এই ভদ্ৰমহিলাক এৰি দিয়ক।"

"মই আপোনাৰ লগত কথা হোৱা নাই, ডাঙৰীয়া, মই আপোনাক নাজানো।"

মই আপোনাক নাজানো। কি আচৰিত! পৃথিবীত যেতিয়া তেওঁলোক জীয়াই আছিল তেওঁলোক অভিন্নহৃদয় বন্ধু আছিল। ৰাওলক প্ৰায় সদায় গেটছনৰ ঘৰত দেখা গৈছিল। মানুহে সদায় ভাল-বেয়া কৈছিল; কিন্তু মানুহে সদায় লোকৰ কুচৰ্চা কৰেই।

যি হওক ৰাওল আৰু গেছটনৰ তৰ্কাতৰ্কি ক্ৰমে চৰি গল। লগে লগে তেওঁলোকৰ স্বৰো ডাঙৰ হৈ যাব ধৰিলে। স্বৰ্গৰ জীৱনত আৰাম আছে সচাঁ, কিন্তু বৈচিত্ৰ্যহীন। আৰু সৰু চহৰ, কিবা এটা হলে সকলোৱে তিলকে তাল কৰে। চাৰিওফালৰ



পৰা দলাদলি আৰম্ভ হল। কিছুমান প্ৰথম পক্ষৰ স্বামীৰ ফালে হল, আৰু কিছুমান হল দ্বিতীয় পক্ষৰ ফালে। জীনে লৰচৰ কৰা নাই; তেওঁ নিজৰ হাত দুখন মুক্ত কৰি লৈ ঠিয় হৈ আছে। ৰাওল বা গেছটনে কাকো একো কোৱা নাই। চেণ্ট টমাচো মোৰ লগতে স্বৰ্গৰ ভিতৰলৈ আহিছিল।

"এনেকুৱা ঘটনা বোধ কৰোঁ প্ৰায়েই হৈ থাকে", মই কলোঁ; "কাৰণ পৃথিবীত এক স্ত্ৰীৰ দুই স্বামী, বিৰল নহয়।"

"সচাঁ, কিন্তু এতিয়া কথা হৈছে, দুয়ো স্বামীয়েই ঘৈণীয়েকক লৈ দ্বন্দ্ব কৰাটোহে। কাৰণ সাধাৰণতে এনে অৱস্থাত গিৰিয়েকহঁতে ঘৈণীয়েকক আৰু পাবলৈ ইচ্ছা নকৰে।"

"আৰু যেতিয়া অৱস্থা ঠিক ইয়াৰ বিপৰীত হয়। অৰ্থাৎ যেতিয়া এজন স্বামীৰ দুজনী তিৰোতা হয়—তেতিয়া?"

"অ! সেইটো একেবাৰে বেলেগ কথা। তিৰোতা মানুহবিলাকে এজন স্বামী ধৰিবলৈ সদায় ব্যস্ত। স্বৰ্গতো তিৰোতা মানুহবিলাক বিয়াৰ নামত বলিয়া।"

ঠিক সেই মূহুৰ্ত্ততে চেণ্ট টমাচে জনতাৰ মাজৰ পৰা চিঞৰ-বাখৰ শুনিব পালে—মহাপ্ৰভু! মহাপ্ৰভু! সেই সময়ত ভগৱান সেই পিনেদি কৰাবলৈ গৈছিল আৰু গোলমাল শুনি ঘটনা-স্থললৈ আহিছে।

সপোন, এটা সামান্য সপোন, মোৰ মনৰ পৰা তাক কোনোমতে গুচাব নোৱাৰিলোঁ।

"বাৰু," ভগৱানে কলে, "কিনো ডাঙৰ কথা হৈছে। এই ভদ্ৰমহিলা ইয়ালৈ আহিছে তেওঁৰ পুণ্য আৰু খৃষ্ট ধৰ্মৰ ওপৰত বিশ্বাসৰ ফলত। দীৰ্ঘস্থায়ী আৰু সম্পূৰ্ণ সুখী হবৰ তেওঁৰ পূৰ্ণ অধিকাৰ আছে। এই দুই ভদ্ৰলোকৰ ভিতৰত তেওঁৰ কাক পছন্দ হয়, তেওঁকেই বাচি লব দিয়া।"

"কিন্তু", গেছটনে কলে, "যি জন মনোনীত নহয়, তেওঁৰ কি হব?"

গেছটন জীয়াই থাকোঁতে তহতহাই কথাৰ উত্তৰ দিয়া আৰু সৰহ কথা কোৱা স্বভাৱ আছিল। দেখিলোঁ—মৃত্যুৰ পাচতো তেওঁৰ সেই স্বভাৱ ঠিক তেনেই আছে।

"বেচ" ভগবানে উত্তৰ দিলে—"মই তেওঁক কাৰো দাবী নাথাকা তিৰুতা এজনী দিম—স্বৰ্গত তিৰোতা মানুহ ভৰি আছে। আহক মেডাম, সময় নষ্ট নকৰিব; আপোনাৰ পছন্দ ঠিক কৰক।"

নিৰ্বাক জীনে স্থিৰ হৈ তেওঁৰ দুই স্বামীৰ মাজত ঠিয় হল আৰু গেছটন আৰু ৰাওলে ইটোৰ পিচত সিটোই ঠিক থিয়েটাৰত বক্তৃতা দিয়াৰ নিচিনাকৈ বহুত সাধ্য-সাধনা কৰিব ধৰিলে। তেওঁ-লোকৰ এনে ব্যথাভৰা কথাই তেওঁলোকৰ ঘৈণীয়েকৰ হৃদয় নিশ্চয় আলোৰিত কৰিছিল।

"কিন্তু মচিঁয়ে", ৰাওলে মাজতে মাতিলে—"এনেকুৱাকৈ পূৰ্বস্মৃতি সোঁৱৰাই দিয়া ঠিক নহয়—"

"হব পাৰে মঁচিয়ে, কিন্তু মোৰ সোঁৱৰাবৰ অধিকাৰ আছে। মোৰ প্ৰেম আৰু বিশ্বাসৰ কথা মোৰ খুচি মতে মই কব পাৰোঁ। মোৰ বিশ্বাস প্ৰশংসাৰ যোগ্য আছিল। কত মানুহে মোক কৈছিল, ৰাওলক অলপ মন কৰিবা, তেওঁৰ চাল-চলনত চকু ৰাখিবা। তেওঁ তোমাক খুবেই ভাল পায়, কিন্তু আৰু এজনক বেছি ভাল পায়; তেওঁ হৈছে তোমাৰ ঘৈণীয়েৰা। কিন্তু মই এনে সামান্য কথাত একো মন-কাণ দিয়া নাছিলোঁ।"



"বিশ্বাসৰ কথা কবলৈ হলে ময়ো বীৰৰ নিচিনাই কাম কৰিছোঁ। পিচত মঁচিয়ে—যেতিয়া তোমাৰ পাচত মোৰ স্বামী হোৱাৰ পাল আহিল, জনৰৱ চলিয়েই আছিল। মানুহে মোক 'মঁচিয়ে দি ছেৰিকোৰ্ট'ৰ কথা কৈছিল। তেওঁ মোৰ বিশিষ্ট বন্ধু আছিল—কি আচৰিত!"

মই লক্ষ্য কৰিলোঁ ছেৰিকোৰ্টৰ নামত জীন অলপ চমক খাই উঠিল। কিন্তু মই হে সেইটো দেখিলোঁ—ৰাওলে একো মন নকৰি কৈ যাব ধৰিলে—

"আৰু যেতিয়া হঠাৎ মেক্সিকোত ছেৰিকোৰ্ট ঢুকাল, সেই অচিন্তনীয় খবৰত দুখ-শোকত তুমি বহুদিন মুহ্যমান হৈ ৰলা। মই সেই সময়ত এখন বেনামী, জঘন্য চিঠি পালোঁ যে, মোৰ তিৰোতাই বন্ধুৰ কাৰণে যিমান কান্দিছে, স্বামীৰ কাৰণেও সিমানকৈ তেওঁ শোক নকৰে। মই চিঠিৰ কথা তোমাক একো নকলোঁ। তোমাক বা ছেৰিকোৰ্টক একো সন্দেহ কৰা নাছিলোঁ।"

"এই ছেৰিকোৰ্ট নো আকৌ কোন?" মহাপ্ৰভুৱে সুধিলে—"তেওঁ তৃতীয় পক্ষৰ স্বামী নে কি? কথা-বতৰা শুনি মই বিবুদ্ধি হৈছোঁ।

"আৰু একাষাৰ কথা মহাপ্ৰভু; মাত্ৰ একাষাৰ কথা। মোৰ বিয়াৰ দিনা এজন বিচক্ষণ পুৰোহিতে গীৰ্জাত মোক আশ্বাস দি কৈছিল যে, পৃথিবীত অস্থায়ী মিলন স্বৰ্গত গৈ সম্পূৰ্ণ হব।"

"আৰু মোক, মহাপ্ৰভু", গেছটনে কলে—"মোৰ বিয়াৰ দিনা এজন বিছপে—মন কৰিছে নে—পুৰোহিত নহয়—বিছপ—মোক ঠিক সেই কথাকে কৈ তেনে আশ্বাস দিছিল।"

"উঃ ৰাম, এইবিলাকে মোক বিমোৰত পেলাইছে। একেবাৰে বিমোৰত পেলাইছে।" মহাপ্ৰভুৱে কলে—"পৃথিবীত মোৰ প্ৰতিনিধিবিলাকে কেতিয়াবা কেতিয়াবা নাভাবা-নিচিন্তাকৈ কাম-বিলাক কৰে। কিন্তু মেডাম, আপুনিহে কিবা এটা স্থিৰ কৰিব লাগিব।"

তাৰ পাচতে কাউণ্টেছে অলপ লজ্জিত হৈ আৱেগত কলে—"প্ৰভু, আপোনাৰ যদি ইমান দয়াই হৈছে, আপুনি মোক মঁচিয়ে দি ছেৰিকোৰ্টৰ ওচৰলৈকে যাবলৈ আজ্ঞা কৰক। তেওঁ মোৰ বাওঁপিনে সেই অকণমান মেঘটুকুৰাৰ মাজতে আছে, আৰু প্ৰায় আধা ঘণ্টা মানৰ পৰা মোলৈ ইঙ্গিত দি আছে।"

মই ঘূৰি চাই দেখিলোঁ যে ছেৰিকোৰ্টে অকণমান মেঘ টুকুৰাৰ ভিতৰৰ পৰা চকুৰে, হাতেৰে, নীৰৱে তেওঁৰ মনোভাৱ সুন্দৰকৈ প্ৰকাশ কৰি আছে।

আন এজন বন্ধু ছেৰিকোৰ্ট। মই নিসন্দেহ হলোঁ যে, এই সুন্দৰী কাউণ্টেছে অনন্তকাল মোৰ বন্ধুবিলাকক সুখী কৰিবলৈকেই নিযুক্ত আছে—ইহলোক, পৰলোক দুই লোকতেই।



"আপুনি সেইটো আগতেই নকলে কিয়?" মহাপ্ৰভুৱে কলে—"সেই কথাষাৰেইতো সকলো কথাৰ মীমাংসা কৰে। মঁচিয়ে দি ছেৰিকোৰ্টৰ লগত মিলিত হৈ আপুনি সুখী হওক। আপুনি যেতিয়া স্বধৰ্মত আস্থাৱতী খৃষ্টিয়ান মোৰ একান্ত অভিলাষ, স্বৰ্গত আপুনি অতি সুখ আৰু আনন্দত দিন কটাওক।"

ঠিক তেনে সময়তে মই চক্‌মক্ খাই সাৰ পালোঁ।

Ludovic Halevy

---

# আত্মাৰ সম্পতি।

স্বীকাৰোক্তি কৰাৰ বিৰক্তিত চিন্তাৰ ফিলোমিনাৰ মুখত বিৰক্তিৰ ছায়া—

"ফাদাৰ, মোৰ যিমান দূৰ বিশ্বাস, মই একো পাপ কৰা নাই। কেতিয়াবা মোৰ বিবেকে কয় যে, মই পাপ কৰিছোঁ আৰু কেতিয়াবা কয় নাই কৰা। কিন্তু যেতিয়া মোৰ ভাৱ আহে যে, মই পাপ কৰা নাই তেতিয়া পাপ কৰাতকৈ মোৰ বেছি দুখ লাগে।"

স্বীকাৰোক্তিকাৰী পাদ্ৰীয়ে নুবুজিলে। "আৰু অলপ খুলি সকলো কথা কোৱা। তোমাৰ বৰ কোমল বয়স। ওঠৰ বছৰ বয়সত মানুহৰ বিবেকক বিশ্বাস কৰিব নোৱাৰি। কোৱা, মই বিচাৰ কৰি চাওঁ। ভগৱানে মোক সহায় কৰক।"

"শুনক ফাদাৰ, মই সকলো ভাঙি-পাতি কওঁ। সোমবাৰে মাজ নিশামানত পাঁচ নম্বৰ ওৱাৰ্ডৰ সাত নম্বৰ ৰোগীক ধৰ্মমতে শেষ সান্ত্বনাবাণী শুনোৱা হল। ডাক্তাৰে কলে যে আৰু একো আশা নাই। তেওঁ মোক কলে যে, ৰোগীয়ে আৰু বেছি সময় কষ্ট নাপায়। ৰাতিপুৱাৰ আগতে মৃত্যু নিশ্চিত। মই তেতিয়া তাত চিষ্টাৰ মেৰিয়াৰ বদলিত আছিলোঁ।"

"মূৰ্চ্ছা-তুৰ্চ্ছা হোৱাৰ বিশেষ ভয় নাই" ডাক্তাৰে কলে।—"কিন্তু তুমি যদি দৰকাৰ যেন দেখা, তেনেহলে অলপো দ্বিধা নকৰি মোক মাতিবা। আনবিলাক ৰোগীৰ প্ৰতিও একো চকু দিবলগীয়া নাই। সিহঁতৰ পৰা তোমাৰ বা মোৰ কাৰো অকণো জুলুম নহব।" তেওঁ শুবলৈ গল।

প্ৰত্যেক আধা ঘণ্টা অন্তৰে অন্তৰে একো চামুচ ঔষধ দিয়াৰ বাহিৰে মোৰ আন একো কাম নাছিল। সদায় বহা অভ্যাস মতে মই বিচনাৰ ওচৰতে বহিলোঁ আৰু মৃত্যুপথযাত্ৰীৰ আত্মাৰ সদ্গতিৰ কাৰণে মনে মনে প্ৰাৰ্থনা কৰিব ধৰিলোঁ।

"কাৰ আত্মাৰ কাৰণে?"

"যি মানুহজনে মৃত্যু-যন্ত্ৰণা ভোগ কৰিছিল, তেওঁৰ আত্মাৰ কাৰণে।"

"ৰোগীজন পুৰুষ আছিল, তেনেহলে?"

"মই জানো আগেয়ে কোৱা নাই, ফাদাৰ?"

"তুমি সাত নম্বৰৰ কথাহে কৈছিলা। সাত নম্বৰৰ স্ত্ৰী-পুৰুষৰ একো চিন নাই। যাওক বাৰু কোৱা।"



তেতিয়া প্ৰায় তিনিটা বাজিছে। মই মৃত্যু সময়ৰ দীঘল উশাহ-নিশাহ শুনিছোঁ। এনেতে অতি ক্ষীণ দুৰ্বল মাতেৰে সেহাই-সেহাই তেওঁ কলে:—

"চিষ্টাৰ ফিলোমিনা, সময় ওচৰ চাপিল।"—মাজ ৰাতিৰ পৰা ৰোগী প্ৰায় মূৰ্চ্ছিতৰ নিচিনা পৰি আছিল।

"ভয় নকৰিবা ভাই", মই তেওঁৰ কাণৰ ওচৰলৈ মুখ নি লাহে লাহে কলোঁ।—"ভয় নাই।"

তাৰ পাচত লাহে লাহে অতি কষ্ট কৰি স্পষ্টকৈ কবৰ চেষ্টা কৰি তেওঁ কব ধৰিলে—"মই সাজু। পঁচিশ বছৰ বয়সত মৰা বৰ দুখৰ কথা; কিন্তু মোৰ সময় হৈছে। এতিয়া বোধ কৰোঁ মোৰ পক্ষে মৰণেই ভাল। মই আছিলোঁ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱহীন দুখীয়া। মনতে ভাৱিছিলোঁ মই এজন কবি; কিন্তু আচলতে একোই নাছিলোঁ। আকৌ ভাৱিছিলোঁ মোক ভাল-পাওঁতা, চেনেহ কৰোঁতাও আছে; কিন্তু কোনেও মোক ভাল নাপাইছিল। যদি তুমি এতিয়া মোৰ বিছনাৰ ওচৰত নাথাকিলাহেঁতেন, তেনেহলে মৰুভূমিৰ মাজত পৰিত্যক্ত মানুহৰ নিচিনা মনে মনে মোৰ মৃত্যু হলহেঁতেন।"

তেওঁ মনে মনে থাকিল। মই কলোঁ—"ভয় নাই ভাই, ভগৱান তোমাৰ লগত আছে।"

কেই মূহুৰ্তমান পাচতে মই দেখিলোঁ, তেওঁৰ গভীৰ কলা চকু দুটা পানীৰে চলচলীয়া হৈছে।

"মোক এটা অনুগ্ৰহ কৰিবা নে, চিষ্টাৰ ফিলোমিনা ?" তেওঁ সুধিলে।

"মই কৰিব পাৰা সকলো কৰিম, ভাই।"

তেওঁ আকৌ কলে—"মোক অলপ শান্তিৰে মৰিব দিবৰ তোমাৰ ইচ্ছা আছে নে ? মৃত্যুৰ সময়ত, মোক যিজনে সৃষ্টি কৰিছিল, তেওঁক কৃতজ্ঞতাপূৰ্ণ ধন্যবাদ দি মৰিব দিবা নে ?"

"প্ৰত্যেক জ্ঞানী খৃষ্টিয়ানেই তেনেকৈ মৰা উচিত", মই কলোঁ।

"তুমি বেচ কৈছা"—পাত্ৰীজনে কলে।

মৃত্যু-পথ-যাত্ৰীয়ে লাহেকৈ কলে—"তেনেকৈ মৰিবলৈ মোক সহায় কৰা।"

"কেনেকৈ সহায় কৰিম, ভাই ?"—মই সুধিলোঁ।

"শান্তিৰে, সুখেৰে মোৰ এই জীৱনৰ দুৱাৰদলি পাৰ হৈ যাবলৈ মোক সহায় কৰা। পৰলোকলৈ এটা চেনেহৰ চিন মোৰ লগত লৈ যাব দিয়া। চিষ্টাৰ ফিলোমিনা, মৰণৰ সম্মুখীন হোৱা মানুহ এটাক অলপ দয়া কৰা। মোক—এটা চুমা দিয়া।"

"এটা চুমা"—পুৰোহিতজনে আচৰিত হৈ কলে।

মই আকৌ কলোঁ—"ভয় নাই ভাই, ভগৱানৰ স্নেহ-চুম্বনৰ কাৰণে নিজক সাজু কৰা।"

'সুন্দৰ কৈছা'—পুৰোহিতে কলে।

কিন্তু বৰ কষ্টেৰে উশাহ লৈ তেওঁ কাতৰ ভাৱে কলে—"মোক অলপ দয়া কৰা। বুজা নাই নে চিষ্টাৰ ফিলোমিনা, তুমি মোৰ উদ্ধাৰকৰ্তা হবা। অনুশোচনাত তুমি সদায় দগ্ধ হবা নে? মোৰ আত্মাৰ সদগতিৰ বাধা হবা নে ? আৰু তুমিয়েই মোৰ চিৰকাল নৰক যন্ত্ৰণাৰ কাৰণ হবা নে ?"



"তেতিয়া তুমি কি কৰিলা ?"—পুৰোহিতে সুধিলে।

"ফাদাৰ, তেওঁৰ এইবিলাক কথাত মই ভয় খালোঁ। মই দেখিলোঁ যে, সংসাৰৰ তিক্ততা লৈ মৰিলে চিৰকাল তেওঁ নৰক যন্ত্ৰণা ভোগ কৰিব আৰু মই তাৰ নিমিত্তভাগী হৈ লগতে ময়ো সেই যন্ত্ৰণা ভোগ কৰিব লাগিব।"

কোঠালিটোত মই তেওঁৰ দীঘল উশাহ-নিশাহৰ শব্দ শুনিছিলোঁ। ওৱাৰ্ডত মাত্ৰ কেজনমানহে ৰোগী আছিল, আৰু সিঁহত সকলো কেইজন গভীৰ টোপনি গৈছিল। কোঠালিটোৰ পোহৰ কমাই থোৱা হৈছিল। আধা-আন্ধাৰ-আধা-পোহৰত বগা বিছনাবিলাক কবৰৰ ওপৰত স্তম্ভৰ নিচিনা দেখা হৈছিল। এটা গভীৰ দুখে মোক অভিভূত কৰি পেলালে। মই ঠিয় দিলোঁ আৰু তেওঁক চুমা খালোঁ। মই কথমপিহে শুনিলোঁ "ধন্যবাদ, ধন্যবাদ।"

"মই প্ৰাৰ্থনা কৰিব ধৰিলোঁ।"

"তুমি তেওঁক কত চুমা খালা"—পুৰোহিতে কোমল শান্ত ভাৱে সুধি তেওঁৰ ব্যগ্ৰতা আৰু বিমোৰ ভাৱ লুকাই ৰাখিবৰ চেষ্টা কৰিলে।

"ফাদাৰ, তেতিয়া বেচ আন্ধাৰ আছিল"—চিষ্টাৰ ফিলোমিনাই লাহেকৈ কলে—"কিন্তু মই বোধ কৰোঁ তেওঁৰ মুখত চুমা খাইছিলোঁ।"

"অবিবেচকৰ কাম, নিতান্ত অবিবেচকৰ কাম ! মই বুজিছোঁ, সেইটো তুমি ইচ্ছা কৰিয়ে কৰিছিলা। খৃষ্টধৰ্ম-পৰায়ণতাৰ আবেগত তুমি উত্তেজিত হৈ গৈছিলা। মহত্ত্বৰ কাম যদিও, তুমি বিপদজনক ভুল কৰিলা। মুখতকৈ কপালত হলে ভাল আছিল আৰু মানুহজনৰ আত্মাৰ সদ্গতিৰ কাৰণে সেয়ে যথেষ্ট হলহেঁতেন। তথাপি তুমি এজন মৃত্যু পথযাত্ৰীকহে চুমা খাইছা ?"

"ময়োতো তাকেই কলোঁ।"

"আৰু এতিয়া তেওঁ মৰি সমাধি প্ৰাপ্ত যেতিয়া—আমি তেওঁৰ কথা একো ভাৱিব নালাগে।"

"কিন্তু ফাদাৰ, ঠিক তেনে নহয়। তেওঁ জীয়াই আছে।"

"জীয়াই আছে ?"

"হয়, ৰাতিপুৱালৈকে তেওঁ মৰোঁ মৰোঁ হৈ আছিল। ৰদ উঠাৰ লগে লগে ক্ৰমে ভাল হব ধৰিলে। ওৱাৰ্ডত সোমাই ডাক্তাৰে ৰোগীজনৰ পৰা তেওঁৰ আচৰিত ভাৱ লুকাই ৰাখিব নোৱাৰিলে। ৰোগীৰ মুখত এটা মৃদু হাঁহি বিৰিঙি উঠিছিল। ডাক্তাৰে সাৱধানে পৰীক্ষা কৰি চালে, এটা হাইপোদাৰমিক্ ইনজেকচন দিলে আৰু ফুচফুচাই মোক কলে—"আচৰিত ! আচৰিত ! আমি ৰোগীক ভাল কৰি তোলাও টান নহব কিজানি !"

"কিন্তু সেইটো এটা বিপত্তি"—পুৰোহিতে আতঙ্কিত ভাৱে কৈ উঠিল।



"ফাদাৰ, আপুনি কি কৈছে ?"

"এইটো চিন্তাৰ কথা হৈছে। তুমি যেতিয়া এজন জীয়াই থাকা মানুহৰ ওঠত চুমা খালা আৰু তেওঁ যদি সুস্থ হৈ দীৰ্ঘজীৱন যাপন কৰে, তেনেহলে কি যে কৰিব লাগিব, মই ভাৱি পোৱা নাই। মৰোঁ মৰোঁ অৱস্থা হলে বেলেগ কথা আছিল। ভগৱানৰ শ্ৰীচৰণ দৰ্শনত সকলো মিট-মাট হৈ গলহেঁতেন। কিন্তু যদিহে তেওঁ জীয়াই থাকে, তেনেহলে পৰম দয়ালু পৰমেশ্বৰো নিশ্চয় বিমোৰত পৰিব। আমাৰ খোলা খুলিকৈ কথা কোৱাই ভাল। মৌখিক ভদ্ৰতা কৰাৰ এতিয়া আৰু দৰকাৰ নাই।"

অলপ সময় ভাৱি-চিন্তি চাই তেওঁ আকৌ সুধিলে—"বাৰু, ডাক্তাৰজন কেনে ধৰণৰ মানুহ।"

"অ', খুব ভাল মানুহ।"

"কিন্তু ডাক্তাৰ হিচাবে ?"

"তেওঁ এজন লেখত লবলগীয়া ডাক্তাৰ।"

"ৰোগী কেনে আছে ?"

"কিছু ভাললৈ আহিছে।"

"তোমাৰ আৰু উদ্ধাৰ নাই।"

"ওঃ ভগৱান !"

"তুমি এতিয়াও তেওঁৰ নাম মুখত আনিবলৈ সাহ কৰা ?"

"মই এনে ঘোৰ পাপী নে, ফাদাৰ !"

"এনে ভেশধৰাৰ একো লাভ নাই।"

কিন্তু চিষ্টাৰ ফিলোমিনাৰ উচুপনি শুনি পুৰোহিতে অলপ কোমল সুৰত কলে—

"মই এতিয়াও কথা-বতৰা ঠিক বুজিব পাৰা নাই। তুমি মোক এতিয়াই কলা যে, যেতিয়া তোমাৰ বিবেকে কয় যে, তুমি পাপ কৰা নাই, তেতিয়া তোমাক পাপ কৰা বুলি কোৱাতকৈ মনত বেছি দুখ পোৱা। এনে বিপৰীত কথা কেনেকৈ হব পাৰে? মই সেইটো কেনেকৈ বুজি পাওঁ?"

"মই কব নোৱাৰোঁ, ফাদাৰ। মোৰ যেনে লাগে ঠিক তাকেই স্বীকাৰ কৰিছোঁ।"

"তুমি তোমাৰ কৃতকানৰ কাৰণে এতিয়াও অনুতাপ কৰা নে?"

"যদি পাপ হয়, অনুতাপ কৰিবই লাগিব।"

"কিন্তু নাভাৱিবা যে, মই এতিয়াই তোমাক নিষ্কৃতি দিম। আমি আৰু কেইদিনমান ৰম। ৰোগীয়ে কেনে ধৰণ লয়, আমি চাম আৰু সেই অনুযায়ী কাম কৰিম। এতিয়া যোৱা। আজি আৰু মই বেছি শুনিব নোখোজোঁ। আৰু তুমি যেতিয়া শেতেলিত শুবা, নিজে নিজে লজ্জিত হবা—বুজিছানে?"

"মই সদায় লাজ পাওঁ, ফাদাৰ।"

"সেইটো ভাল কথা।"



কেইদিনমান পাচত চিষ্টাৰ ফিলোমিনা আৰু পুৰোহিতৰ ওচৰলৈ আহিল।

"কি, সাত নম্বৰ কেনে আছে?"

"মোৰ বোধেৰে তেওঁ বহুত ভাললৈ আহিছে।"

"ডাক্তাৰে কি কয়?"

"ডাক্তাৰে কয় যে, তেওঁ ভাল হব।"

"তেনেহলে আৰু, তোমাৰ একো আশাই নাই।"

"ময়ো তেওঁক তাকেই কৈছিলোঁ।"

"তুমি কি কৈছিলা?"

"মই তেওঁক কৈছিলোঁ যে, তেওঁৰ কাৰণে মোৰ সকলো গল। মই যদি জানিলোঁহেঁতেন যে, তেওঁৰ ভাল হোৱাৰ সম্ভাৱনা আছে, তেনেহলে মই তেওঁক চুমা নাখালোঁহেঁতেন।

"এতিয়া এই সুস্থ কবিয়ে কি কয়?"

"তেওঁ কলে যে, তেওঁ মোৰ ধ্বংস ইচ্ছা কৰা নাছিল আৰু এতিয়াও মোৰ আত্মাক ৰক্ষা কৰিব।"

"মৰণৰ দ্বাৰাই তেওঁ সেইটো কৰিব পাৰিলেহেঁতেন।"

"হয় ফাদাৰ, আৰু সেই কাৰণে তেওঁ মোৰ আগত প্ৰতিজ্ঞা কৰি কৈছে যে, যিদিনা ডাক্তাৰবিলাকে তেওঁক সম্পূৰ্ণ ভাল হোৱা বুলি কয়, সিদিনাই তেওঁ মোৰ কাৰণে আত্মহত্যা কৰিব।"

আৰু এটা নতুন পাক। পুৰোহিতজনে কেই মুহূৰ্তমান ভাবিলে আৰু শেষ মীমাংসা কৰি কলে—

"যিয়েই নহওক, তোমাক মুক্তি দিয়াই ভাল। যদি তেনে ধৰণৰ মানুহ এটা আকৌ মৰে, তেনেহলে আমিও আকৌ এবাৰ গুৰিৰে পৰা আৰম্ভ কৰিব লাগিব।"

Roberto Bracco

---

# অশান্ত জীৱন।

"নাই"—তেওঁ কলে—"ভাগ্যক দোষ দিবৰ মোৰ একো নাই। ভাগ্য মোৰ প্ৰতি সদায় সুপ্ৰসন্ন আছিল; আৰু তেওঁৰ দান মই অপৰ্যাপ্ত পৰিমাণে পাইছিলোঁ। মোৰ নিজৰ কল্পনাই মোৰ দুৰ্গতিৰ কাৰণ। মোৰ পূৰ্ণ সুখৰ একমাত্ৰ বাধা এটা অসম্ভৱ কল্পনা আৰু সি যি কোনো বাস্তৱ কাৰণতকৈও মোৰ মনত বেছি ভয়াবহ।

"তোমাৰ বোধ কৰোঁ মনত আছে—'লিয়া ডেমবাৰি'ক প্ৰথম লগ পাবৰ দিনা মোৰ কথা-বতৰাত কিমান উৎসাহ প্ৰকাশ পাইছিল। তেওঁ ৰূপ-গুণত ইমান সুন্দৰী আছিল যে, তাৰ পাচত আন ছোৱালীৰ কথা মোৰ মনত ঠায়েই নোপোৱা হল। তেওঁৰ চলন-ফিৰণ কিমান হৃদয়গ্ৰাহী আছিল! ওঠ দুটা কেনে কোমল আৰু সুন্দৰ আছিল! কলা চকু দুটাত কেনে শান্ত আৰু নাৰীসুলভ কোমলতা প্ৰকাশ পাইছিল। হাঁহিলে তেওঁৰ মুখত



কত ৰকমৰ ভাব বিৰিঙি উঠে, বৰ একোচা সুন্দৰ চুলিৰে মূৰটো দোঁৱালে তেওঁক কেনে সুন্দৰ দেখায়। এই সকলোবিলাক দেখি তেওঁৰ প্ৰতি ভাল-পোৱা ভাৱে মোক বলিয়া কৰিলে।

"তুমি জানা, মই নিজক বৰ ঘিণ কৰিছিলোঁ; আৰু সেইটো নিশ্চয় যুক্তিসঙ্গতো আছিল। মই জানো যে, মোক সদায় মলিন আৰু বিষণ্ণ দেখি—মোৰ চেহেৰাও কলা, কুৎচিত আৰু কৰ্কশ। মই ভালকৈ কথা-বতৰাও পাতিব নাজানো। মোৰ প্ৰধান দোষ হৈছে, কেৱল দুই এটা লাগ-বান্ধ নোহোৱা কথাত বাহিৰে মই মিঠা মিঠা কথাৰে মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰোঁ। মোৰ এই বিলাক দোষ লৈ, মই এই অতুলনীয় ছোৱালীজনীক মোৰ সহধৰ্মিণী কৰিবলৈ কেতিয়াও আশা কৰা নাছিলোঁ। গতিকে মই দূৰৰ পৰা তেওঁক প্ৰশংসা কৰা, আৰু পাৰিলে দূৰৰ পৰা চাই-চাইয়ে ক্ষান্ত থাকিব লাগিছিল। এটুকুৰা উজ্জ্বল সূৰ্য্য-ৰশ্মি, এডোখৰ শীতল ছাঁ পাবলৈ, নাইবা এটা সৰু নিজৰাৰ কুলু কুলু মাত শুনিবলৈ মানুহে যেনে আগ্ৰহেৰে ৰৈ থাকে, ময়ো তেওঁৰ দৰ্শন পাবলৈ ঠিক তেনেকৈ বাট চাই থাকিব লাগিছিল। আৰু এইটোও নিঃসন্দেহ যে, তেওঁৰ লগত মোৰ সম্বন্ধ ঠিক এনেদৰেই থাকিলহেঁতেন—যদি হঠাৎ ভাগ্যই মোক এটা অভাৱনীয় সুযোগ ঘটাই নিদিলেহেঁতেন।

এদিন তাচ খেলি থাকোঁতে এজন স্পেইন দেশৰ মানুহে লিয়াৰ পিতাকক ঠগাইছিল। তেওঁ সেই কথা ধৰিব পাৰিলে। তাত এটা ভীষণ দৃশ্য হৈ উঠিল। তেওঁলোক দুইজনৰে দুৰ্ঘোৰ কাজিয়া লাগিল। মই ডেমবাৰিৰ ফলীয়া হৈছিলোঁ,—কাৰণ তেওঁৰ কথাই

ঠিক আছিল। শেষত বিপক্ষদলৰ সেই বিদেশী ঠগ মানুহজনক পৰাস্ত কৰি মনে মনে বৰ আত্ম-প্ৰসাদ লাভ কৰিছিলোঁ।

এই সামান্য ঘটনাই মোৰ জীৱনৰ বাকী ছোৱা স্থিৰ কৰি দিলে। বুঢ়া ডেমবাৰি মোৰ কাৰ্যত ইমান খুচি হৈছিল যে, তেওঁ মোৰ বৰ বন্ধু হল আৰু মাজে-সময়ে মোক নিমন্ত্ৰণ কৰি খুৱাব ধৰিলে। এনেকৈ মই লিয়াৰ লগত জনা-শুনা হলোঁ আৰু অলপ দিনৰ ভিতৰতে তেওঁৰ লগত মোৰ বন্ধুত্ব গাঢ় হৈ আহিল। ফলত তেওঁৰ প্ৰতি মোৰ আসক্তি ক্ৰমে বাঢ়ি যাবলৈ ধৰিলে। আন্ধাৰ ৰাতি বিছনাত পৰি কেৱল লিয়াৰ কথা ভাবি কত নিদ্ৰাহীন ৰাতি কটাই দিছোঁ।

কিন্তু মোৰ প্ৰণয়ৰ কথা কোনেও গম পোৱা নাছিল। কাৰণ মই সেই কথা লিয়াৰ আগত প্ৰকাশ কৰিবলৈ সাহ কৰা নাছিলোঁ। তেওঁৰ লগত থাকা বেছি ভাগ সময়েই মই মনে মনে থাকি কেৱল মাজে মাজে দুই একাষাৰ কথা পাতাৰ বাহিৰে আন একো নকৰিছিলোঁ। তেওঁৰ ভালপোৱা পাবলৈ মই কেতিয়াও আশা কৰা নাছিলোঁ। কিন্তু লাহে লাহে মই যেতিয়া দেখিলোঁ যে, আন আন প্ৰণয়প্ৰাৰ্থী-বিলাকলৈ তেওঁৰ ভাৱ নিৰ্বিকাৰ, তেতিয়া মই বিয়াৰ সপোন দেখিব ধৰিলোঁ। বহুদিন এই কল্পনাটো মোৰ মনত ঘূৰাই-পকাই চালোঁ। একালে মোৰ আগ্ৰহ যেনে অসীম আছিল, আনফালে সাহসৰো তেনে অভাৱ অনুভৱ কৰিছিলোঁ। ঘটনাক্ৰমে হঠাৎ এদিন ডেমবাৰিকৰ আগত, মই নিজৰ প্ৰতি বিশ্বাসঘাতকতা কৰি মোৰ মনৰ ভাৱ প্ৰকাশ কৰি পেলালোঁ। এইটোও সুনিশ্চিত যে,



যদি সেইদিনা মই মোৰ অমনোযোগতে কথাটো ডেম বাৰিকৰ আগত নকলোঁহেঁতেন, তেন্তে বোধ কৰোঁ মোৰ গোটাই জীৱন অনিশ্চয়তাতেই গলহেঁতেন। ডেম বাৰিকে মোৰ পৰা কথাটো শুনা মাত্ৰকেই ভীষণ উত্তেজিত হৈ উঠিল আৰু এই বিষয়ে জীয়েকৰ মত জানিবলৈ লৰ মাৰিলে। প্ৰায় এঘণ্টা মানৰ পাচত তেওঁ মোৰ ওচৰলৈ ঘূৰি আহিল। তেওঁ যে এনে কথকু হব পাৰে, মই ভাৱাই নাছিলোঁ।

তেওঁ মোক কলে—"লিয়াৰ সম্পূৰ্ণ মত আছে, তাই মনে মনে বৰ সুখী হৈছে, মই বুজিছোঁ।"

মই কথাটো বন্ধুৰ আগত নিজৰ অজ্ঞাতসাৰেই কৈছিলোঁ। যিয়েই হওক, দেখা গল লিয়াৰ সম্পূৰ্ণ মত আছে। মোৰ এনে আনন্দ হল যেন তেতিয়াই মই লিয়াক পালোঁ।

অলপ দিনৰ পাচতে আমাৰ বিয়াৰ দিন ঠিক হল। সেই কেইটা দিন যেন সপোনতে শেষ হল। আন সকলোকে বাদ দি লিয়া সদায় মোৰ লগে লগে আছিল আৰু মোক দেখিলে আনন্দত তেওঁৰ মুখখন উজ্জ্বল হৈ উঠিছিল। মোৰ কথা-বতৰা তেওঁ অতি আগ্ৰহেৰে শুনিছিল আৰু মোৰ প্ৰতি তেওঁৰ অসীম প্ৰীতি আছিল। তেওঁৰ ব্যৱহাৰত, চাল-চলনত আশ্চৰ্য্য স্নেহ প্ৰকাশ পাইছিল। মই কেতিয়াও সপোনতে ভাৱা নাছিলোঁ যে, এইবিলাক মোৰ প্ৰতি তেওঁৰ অনুৰাগৰ চিন। বিশেষ কোনো অৰ্থ নোহোৱা মৰমৰ কথা প্ৰকাশ হৈ পৰাৰ ভয়ত মই মোৰ অনুৰাগৰ কথা বৰ কম হে কৈছিলোঁ।

আমাৰ সেই ভীষণ পৰিণয়ৰ দিনৰ কথা যেতিয়াই ভাবিছিলোঁ, সঙ্কোচত মই প্ৰায় চিঞৰি উঠিছিলোঁ। বিয়া হৈ যোৱাৰ পাচত আমি দুয়ো যেতিয়া দুয়োকো অকলে অকলে লগ পালোঁ, ৰাতি মোক যেন এক ৰকম ভয়ে আবৰি ধৰিলে। কিন্তু মোৰ ধাৰণাৰ একেবাৰে বিপৰীত দেখা পালোঁ। মই পালোঁ, মনৰ গোপন আনন্দ লুকাই ৰাখিব নোৱাৰা—মোৰ অনুৰাগ-বিনম্ৰা স্ত্ৰী। মই যেতিয়া তেওঁক মোৰ একেবাৰে ওচৰলৈ চপাই আনিলোঁ—তেওঁৰ ওঠ দুটাত যেন কোমলতাৰ আবেশ উপচি পৰিল। ৰাতিপুৱা যেতিয়া খিৰিকিৰ ভিতৰেদি ৰূপালী ৰদৰ ৰেখা বিৰিঙি উঠিছিল, মই তেওঁৰ ৰঙচুৱা আনন্দ-উজ্জ্বল মুখখনলৈ চাই সুধিলোঁ—"তুমি দেখিছোঁ মোক একেবাৰে ঘিণ নকৰা, লিয়া।"

"তুমি নো ইমান অবুজ নে?" তেওঁ কলে। "তুমি তেনেহলে লক্ষ্যই কৰা নাছিলা যে, মই তোমাৰ বাহিৰে আন কাকো চকু দিয়া নাছিলোঁ। এইখিনিও বুজিব নোৱাৰা নে যে কেৱল তোমাৰ সঙ্গইহে মোৰ মন পৰিপূৰ্ণ সুখত পূৰ কৰিছে।"

মই এই প্ৰেমপূৰ্ণ কথাত একেবাৰে অভিভূত হৈ গৈছিলোঁ; আৰু আমাৰ বিয়াৰ প্ৰথম প্ৰথম কেইদিনমান প্ৰগাঢ় আবেগত ইয়াৰ উত্তৰ দিছিলোঁ।

তাৰ পাচত এটা আচৰিত ভাৱে মোৰ মনত ঠাই ললে আৰু শেষত সেই ভাৱ মোৰ মনত গভীৰ ভাৱে মুদ্ৰিত হৈ গল। মোৰ



ধাৰণা হৈছিল যে, লিয়াৰ দৰে নিখুঁট ছোৱালী এজনীৰ ভালপোৱাৰ পাত্ৰ মই হব নালাগিছিল আৰু এই গোটেই অৱস্থাটোৱে অসম্ভৱ আৰু ভুল আছিল। এই ধাৰণা মোৰ মনত যিমানে বাঢ়ি আহিল, মোৰ স্ত্ৰীৰ প্ৰতি তিমানে মৰমো কমি আহিল। তেওঁ যেতিয়া মোক তেওঁৰ কোমল বুকুলৈ টানি নিয়ে, মই সিমান আনন্দ নাপাওঁ বৰং এটা অদ্ভুত লাজ আৰু নৈতিক অস্বচ্ছন্দতা অনুভৱ কৰোঁ। মোৰ মনত খেলায়, তেওঁ যেন মোক চুমা খোৱাটো কিবা অস্বাভাৱিক ব্যাপাৰ, আৰু তেনে কাম কৰি তেওঁ যেন কিবা এটা প্ৰকৃতিবিৰুদ্ধ মহৎ পাপ কৰিছে। কুৎচিত মানুহ এজনে এজনী সুন্দৰী ছোৱালী বিয়া কৰাই আনিলে মনত যেনে এটা ঘৃণা বা অৱহেলাৰ ভাৱ হয়, কেতিয়াবা মোৰ মনতো তেনে এটা অস্পষ্ট ভাৱ খেলি যায়। এইটো অতি সত্য কথা যে, মোৰ প্ৰতি আসক্ত হোৱাৰ কাৰণে ক্ৰমে মই তেওঁক বেয়া পাব ধৰিলোঁ। তেওঁৰ কুৰুচিৰ কাৰণে মই কোনোমতেহে তেওঁক তিৰস্কাৰ নকৰাকৈ আছিলোঁ।

তোমাক কবলৈ বিশেষ আৰু কি থাকিল? মোৰ মনৰ এই বিষণ্ণ অৱস্থা মোৰ লগে লগে লাগি ৰল। তেওঁ মোৰ অৱস্থা একেবাৰে শোচনীয় কৰি দিলে; কাৰণ মৰম-প্ৰীতি আৰু প্ৰশংসা পাবলৈ মোৰ এটা প্ৰচণ্ড আকাঙ্ক্ষা আছিল; কিন্তু লিয়াৰ বাহিৰে আন কাকো ভাল পোৱা সম্ভৱ নাছিল। মোৰ মনত তেওঁৰেই কেৱল সুন্দৰী আৰু মনত লাগা তিৰোতা আছিল। তেওঁ যেন মোৰ কাৰণে সকলো সৌন্দৰ্য, মধুৰতা আৰু আনন্দ গোটাই

ৰাখিছিল। মই তেওঁক ভাল পাব নোৱাৰোঁ, কাৰণ তেওঁ মোক ভাল পায়, আৰু ইপিনে যদি তেওঁ মোৰ প্ৰতি বন্ধুত্ব ভাৱহে দেখুৱালেহেঁতেন, মই মনৰ দুখত চূৰমাৰ হৈ গলোঁহেঁতেন। যিমানেই দিন গৈছিল তিমানে মোৰ প্ৰতি তেওঁৰ ভালপোৱা বেছিহে হৈছিল; কিন্তু মোৰ মনেৰে মোৰ বেমাৰৰ ঔষধ মই আৰু কেতিয়াও বিচাৰি নাপাম।

T. H. Rosny

---

# গোৱাঁৰ কাপ্তান।

জুলাই মাহ। আবেলি সুন্দৰ বতৰ। এটা বুঢ়া সৈন্যই তেওঁৰ নিচিল-কিচিল সৰু পঁজাটোৰ সমুখত বহি ধঁপাত হুপি আছিল। তেওঁৰ এখন হাত যুদ্ধত হেৰুৱাইছিল; গতিকে বাকী হাতখনেৰে হোকাটো লৈ গুৰুক্ গুৰুক্ কৈ ধঁপাত হুপি আছিল।

গাওঁৰে কিছুমান লৰাই তেওঁক বেৰি ধৰি তেওঁৰ গত সৈনিক জীৱনৰ দুঃসাহসিক ঘটনা কিছুমান কবলৈ কৰা প্ৰতিজ্ঞাৰ কথা বাৰে বাৰে সোঁৱৰাই বুঢ়াক আমনি কৰিছিল।

প্ৰায় এক মূহুৰ্তমান লৰাবিলাকৰ খেচখেচনিত বিৰক্ত হোৱা যেন দেখুৱাই বুঢ়াই হোকাটো থৈ বাকী থাকা হাতখনেৰে মুখখন মচি তেওঁৰ গল্প আৰম্ভ কৰিলে :—

শুনা, তেনেহলে কওঁ,—ফ্ৰেঞ্চবিলাকে আমাৰ দিনত আজি-কালিৰ দৰে বাটে-ঘাটে যুঁজ কৰিবলৈ ঘিণ কৰিছিল। নাই, নাই, আমি তেতিয়া যুদ্ধ কৰিছিলোঁ ফ্ৰান্সৰ মৰ্যদাৰ কাৰণে, বিদেশী শত্ৰুৰ বিৰুদ্ধে।

মোৰ গল্পৰ কাল ১৮১২ খৃষ্টাব্দৰ ৬ নবেম্বৰ। উইযামাৰ যুদ্ধৰ কিছুদিন পাচতে। আমি এবাৰ ৰাচিয়াৰ পৰা পলাব লগীয়া হৈছিল; শত্ৰুলৈ ভয় কৰি নহয়। কাৰণ সিইত আমাৰ কেম্পৰ

পৰা বহুত আঁতৰত আছিল। সিহঁতৰ কুৎচিত দেশৰ তীব্ৰ অসহনীয় ঠাণ্ডাৰ কাৰণে আমি পলাব লাগাত পৰিছিলোঁ।

আমি অগ্ৰসৰ হৈ থাকা দিন কেইটাত অফিচাৰবিলাকে সদায় কৈছিল যে, আমি স্মলেনস্কোৰ ওচৰ পাইছোঁ। তাত আমি আহাৰ, ব্ৰাণ্ডি, জুই, জোতা এইবিলাক পাম। কিন্তু ইতিমধ্যে আমাৰ বহুতো বৰফৰ মাজত ধ্বংস হল আৰু 'কোচাক'বিলাকে আমাক দিনে-ৰাতিয়ে হাৰাশাস্তি কৰিব ধৰিলে।

আমি ছয় ঘণ্টা একেৰাহে মাৰ্চ কৰিছিলোঁ। কাৰণ আমি ভালকৈয়ে জানিছিলোঁ যে, এক মূহুৰ্ত ৰলেও মৰণ নিশ্চিত। একো ছাটি ঠাণ্ডা বতাহে একোসোপা বৰফ আমাৰ মুখে-চকুৱে মাৰি দিয়ে। আমি আমাৰ লগৰীয়াবিলাকৰ বৰফৰ মাজত জমি থাকা মৰা শ বিলাকত মাজে মাজে উজুতি খাই আগ বাঢ়িব ধৰিলোঁ। আমি গান গোৱা বা কথা-বতৰা পাতা দূৰৰ কথা, কোনেও একো অভিযোগ কৰিবলৈকো সাহ কৰা নাছিলোঁ। ঠাণ্ডাত যেন সকলো জমি গৈছিলোঁ।

মই আমাৰ কাপ্তানৰ কাষে কাষে মাৰ্চ কৰি গৈছিলোঁ। চুটি-চাপৰ মানুহ, সুদৃঢ় গাৰ গঠন, মুখত এটা কঠোৰ নিষ্ঠুৰতাৰ ভাৱ, কিন্তু তেওঁৰ চোকা চিকমিকীয়া তৰোৱাল খনৰ দৰেই সাহসী আৰু সত্যবাদী।

আমি তেওঁক গোৰাঁৰ-কাপ্তান বুলি মাতিছিলোঁ। কাৰণ তেওঁ এবাৰ এটা কথা কলে, তাকেই ধৰি থাকিছিল। তেওঁৰ মতৰ আৰু লৰচৰ হব নোৱাৰিছিল। উইৰামত তেওঁ জখম হৈছিল।



তেওঁৰ ডাঠ ৰঙচুৱা মুখখন তেতিয়া ভীষণ শেতাঁ পৰিছিল। মূৰত বান্ধি থোৱা ফাটা তেজৰ চেকা লাগা ৰুমাল এখনে তেওঁৰ চেহেৰাৰ বিবৰ্ণতা আৰু ভয়ানক কৰি তুলিছিল।

হঠাৎ এবাৰ মই তেওঁক মদাহী মানুহৰ নিচিনাকৈ ধলং পলং কৰি মাটিত ধূমকৈ পৰি যোৱা দেখিলোঁ। "কাপ্তান," মই তেওঁৰ ওচৰতে হাঁলি পৰি কলোঁ।—"আপুনিতো ইয়াত পৰি থাকিব নোৱাৰে।"

"মই পাৰিম, কাৰণ মই পৰিবই লাগিব।"—নিজৰ ভৰিখন দেখুৱাই তেও কলে।

মই কলোঁ "কাপ্তান, আপুনি হতাশ নহব।" মই তেওঁক ডাঙি তুলিলোঁ আৰু ঠিয় কৰি ধৰিলোঁ। তেওঁ মোৰ গাত ভৰ দি খোজ কাঢ়িবৰ চেষ্টা কৰিলে; কিন্তু মিছা হল। তেওঁ আকৌ পৰি গল আৰু মোকো টানি নিলে।

"ৰবিন্", তেওঁ কলে—"মোৰ সকলো শেষ হৈছে। মোক ইয়াতে এৰি তুমি তোমাৰ লগৰীয়াবিলাকৰ লগ ধৰাগৈ। যিমান সোনকালে পাৰা যোৱা। 'ভোৰেফত' 'মৈনোবল'ৰ ওচৰত এগৰাকী বুঢ়ী মানুহ থাকে, বয়স বিৰাশী বছৰ; তেওঁ মোৰ আই। তালৈ যাবা আৰু তেওঁক মোৰ হৈ তুমিয়েই সান্ত্বনা দিবা। আৰু কবা, কবা যে,—যে,—তোমাৰ যি ইচ্ছা, তাকে কবা। কিন্তু এই টকাখিনি আৰু মোৰ 'ক্ৰচ'টো তেওঁক দিবা। এই খিনিয়ে মোৰ আছিল। যোৱা এতিয়া।"

"আৰু একো নকয় নে কাপ্তান?"

"আৰু কবলৈ একো নাই। ভগৱানে তোমাক ৰক্ষা কৰক। লৰালৰি কৰা। বিদায়!"

মোৰ কি হল কব নোৱাৰোঁ; কিন্তু দেখিলোঁ, দুটোপা চকুৰ পানী মোৰ গালেদি বাগৰি গল।

"নহয় কাপ্তান"—মই কলোঁ—"মই আপোনাক এৰি যাব নোৱাৰোঁ; হয় আপুনি মোৰ লগত আহক; নহয় মই আপোনাৰ লগত থাকোঁ।"

"মই তোমাক থাকিবলৈ হাক দিছোঁ।"

"পিচত আপুনি মোক বন্দীও কৰিব পাৰে, কিন্তু এতিয়া আপুনি মোক মোৰ ইচ্ছামতে কাম কৰিবলৈ দিব লাগিব।"

"তুমি দেখিছোঁ বৰ উদ্ধত প্ৰকৃতিৰ মানুহ।"

"যিয়েই কওক, কাপ্তান, কিন্তু আপুনি মোৰ গলত আহিবই লাগিব।"

খণ্ডতে তেওঁ ওঠ কামুৰিব ধৰিলে; কিন্তু মুখেৰে একো নকলে।

মই তেওঁক ডাঙি ললোঁ আৰু মোৰ কান্ধত বস্তাৰ নিচিনাকৈ তুলি লৈ গলোঁ। তোমালোকে বুজিবই পাৰিবা যে, ইমান গধূৰ বোজা এটা লৈ মই মোৰ লগৰীয়াবিলাকৰ লগ ধৰা অসম্ভৱ। অলপ পাচতে মই সৈন্যবিলাকৰ লাইন নেদেখা হলোঁ, আৰু দৃষ্টিয়ে ঢুকি পোৱালৈকে বৰফে ঢাকা বগা, নিস্তব্ধ পথাৰৰ বাহিৰে আন একো দেখা নাপালোঁ।



মই তথাপি আগবাঢ়ি গৈ আছোঁ, এনেতে হঠাৎ এদল 'কোচাক' সৈন্যই ভীষণ অঙ্গী-ভঙ্গী কৰি চিঞৰি চিঞৰি মোৰ ফালে দপদপাই লৰি অহা দেখিলোঁ।

সেই সময়ত কাপ্তান একেবাৰে অজ্ঞান হৈ পৰিছিল। ময়ো মোৰ যিয়েই নহওক, তেওঁক নেৰিবলৈ ঠিক কৰিলোঁ। মই তেওঁক মাটিত থৈ বৰফেৰে গোটেই গা ভালকৈ ঢাকি দিলোঁ আৰু মই কিছুমান মৰা শ ৰ তলত চুচৰি-চুচৰি গৈ সোমালোঁ। চকু দুটা আধা-আধি মেলি ৰাখিলোঁ।

অলপ পাচতেই কোচাকবিলাক আহি পালে আৰু ইফালে-সিফালে সিহঁতৰ খাপাৰবিলাকেৰে হানি-খুচি চাব ধৰিলে। সিহঁতৰ ঘোৰাবিলাকে আমাক খচি-গছকি হাৰাশাস্তি কৰিলে। এটা প্ৰকাণ্ড ঘোৰাই মোৰ সোঁহাতখন গছকি ভাঙি পেলালে।

মই এটা টু শব্দও নকৰিলোঁ বা অলপো লৰচৰেই নকৰিলোঁ; যাতনাত মই প্ৰায় চিঞৰি উঠিছিলোঁৱেই, কিন্তু নিশ্বাস বন্ধ কৰি বাওঁহাতখনেৰে মুখখন সোপা মাৰি ধৰি কোনো মতে থাকিলোঁ। কেইমিনিটমানৰ পাচতে কোচাকবিলাক গুচি গল।

সিহঁতক যেতিয়া একেবাৰেই নেদেখা হল মই মোৰ আশ্ৰয় ত্যাগ কৰি কাপ্তানক বৰফৰ মাজৰ পৰা উলিয়াবলৈ লৰালৰিকৈ গলোঁ। তেওঁৰ গাত জীৱনৰ চিন দেখি দেখি মোৰ মনত বৰ আনন্দ হল। মই তেওঁক এখন হাতেৰেই কৌশলেৰে তুলি লৈ এটা ডাঙৰ শিলৰ তললৈ আশ্ৰয় বিচাৰি গলোঁ। তাত কাপ্তানৰ

ওচৰতে মযো শুই পৰিলোঁ। আৰু মোৰ ডাঙৰ কোটটো দুয়োৰো গাৰ ওপৰত জাপি দিলোঁ। ।

ৰাতি হল ; ৰৰকো বিৰাম নোহোৱাকৈ পৰি থাকিব ধৰিলে ।

প্ৰহৰী দুজন কেতিয়াবাই গৈছে । কেৱল মাজে মাজে দূৰৰ বন্দুকৰ গুলিৰ শব্দ আৰু চাৰিওফালে পৰি থকা মৰা শ বিলাকৰ ওপৰত শিয়ালবিলাকৰ "হোৱা" 'হোৱা' চিঞৰেহে সেই ভীষণ নিশাৰ নিস্তব্ধতা ভঙ্গ কৰিছিল ।

ভগৱানেহে জানে, সেই ভীষণ ৰাতি মোৰ মনত কি ভাৱ খেলাইছিল। পৃথিবীত সেই ৰাতিয়েই মোৰ শেষ ৰাতি বুলি মই স্থিৰ নিশ্চিত হৈছিলোঁ। । সৰুতে আয়ে মোক কোলাত বহুৱাই শিকোৱা প্ৰাৰ্থনাবিলাক মোৰ মনত আছিল আৰু তাত আঠু কাঢ়ি মই ব্যগ্ৰ আকুলতাৰে সেইবিলাক গাইছিলোঁ। ।

সেই প্ৰাৰ্থনাই মোক বহুত বল দিলে। বোপাইঁত, এটা কথা সদায় মনত ৰাখিবা—সৰল আগ্ৰহপূৰ্ণ প্ৰাৰ্থনাই মানুহক বহুত শান্তি, বহুত সাহ দিব পাৰে। মই মনত আচৰিত ৰকমে শান্তি পালোঁ। আৰু কাপ্তানক লৈ নিজৰ ঠাইলৈ ফিৰি গলোঁ। । সময় যাব ধৰিলে, মই আধা আধি অজ্ঞান হৈ পৰিলোঁ। ।

সেই সময়ত এদল ফ্ৰেঞ্চ অফিচাৰক আমাৰ পিনে আগ বাঢ়ি অহা দেখিলোঁ। । মই তেওঁলোকৰ আগত কোনো কথা কবলৈ নাপাওঁতেই, তেওঁলোকৰ নেতা জনে—দামী নোমেৰে সজ্জিত এটা ছিল্কৰ ডাঙৰ কোট পিন্ধা এজন সৰলমতীয়া মানুহে—মোৰ পিনে আগ বাঢ়ি আহি সুধিলে—



"তুমি ইয়াত কি কৰিছা ? তোমাৰ লগৰ সৈন্যবিলাকক কয় এৰিলা ?"

প্ৰথমে কাপ্তানলৈ আৰু তাৰ পাচত মোৰ তেজ বৈ থকা হাতখনলৈ আঙুলিয়াই মই কলোঁ।—"এই দুটা কাৰণে।"

"মানুহজনে ঠিকেই কৈছে, ডাঙৰীয়া !"—তেওঁৰ লগত অহা এজনে কলে। "মই তাক এই অফিচাৰজনক কান্ধত লৈ তাৰ লগৰীয়া সৈন্যবিলাকৰ লগত মাৰ্চ কৰি অহা দেখিছিলোঁ। ।"

সম্ৰাট, বুজিছা বোপাইঁত, সেইজনেই সম্ৰাট আছিল। তেওঁ মোৰ পিনে এবাৰ চালে—তেনেকুৱা আচৰিত সুন্দৰ দৃষ্টিৰে কেৱল তেওঁৰেইহে চাব পাৰে—আৰু কলে—"তুমি বৰ ভাল কাম কৰিছা।" তাৰ পাচত তেওঁৰ ডাঙৰ কোটটো খুলি ভিতৰত থকা সেউজীয়া চোলাটোত মাৰি থোৱা সুন্দৰ 'ক্ৰচ'টো মোক দিলে। সেই মুহূৰ্ততে মই মোৰ ভোক-পিয়াহ, দুখ-কষ্ট সকলো পাহৰি গলোঁ। ; আন কি হাতখনৰ বিষো অনুভৱ কৰিব নোৱাৰিলোঁ।—যেন সেই জঘন্য জন্তুটাৰে মোৰ হাতখন ভঙাই নাই।

সম্ৰাটে তেওঁৰ লগত কথা কোৱা অফিচাৰ জনলৈ চাই কলে—"এই মানুহটো আৰু তাৰ কাপ্তানক এখন মাল নিয়া গাৰীত তুলি দিবা। মই এতিয়া যাওঁ।" তাৰ পাচত মোৰ পিনে চাই এটা মিচিকীয়া হাঁহি মাৰি তেওঁ গুচি গল।

এইখিনিতে বুঢ়া যুজাঁৰু থামিল আৰু হোকাটো তুলি ললে।

"কিন্তু-গোৰাঁৰ কাপ্তানৰ কি হল আমাক কোৱা", একেলগে বহুতে এই বুলি কৈ অধৈৰ্য হৈ চিঞৰি উঠিল।

"কাপ্তান ভাল হল। তেওঁ এতিয়া এজন অৱসৰ প্ৰা জেনেৰেল। কিন্তু সকলোতকৈ মজাৰ কথা এইটো যে, তে ভাল হোৱা মাত্ৰকে নিয়মৰ ব্যতিক্ৰম কৰা দোষত মোক পোন্ধৰ দিনৰ কাৰণে জেলত দিলে।

"এই কথাটো নেপোলিয়ানৰ কাণত পৰিল। তেওঁ হাঁহি মোক কেৱল মুক্তি দিয়েই ক্ষান্ত নহল, মোক চাৰ্জেণ্টৰ শ্ৰেণীলৈ প্ৰমোচোন দিলে। বোপাইঁত, সেই সম্মানৰ চিন এই ফিটাডাল মই মোৰ বুটামটোত মেৰিয়াই থওঁ; কিন্তু 'ক্ৰচ'টো মই ঠিক মোৰ বুকুৰ ওপৰতহে পিন্ধো।"

বুৰা সৈনিকে গেঞ্জিটো খুলি ডিঙিৰ পৰা এডাল ৰচিৰে বুকুত পৰাকৈ ওলোমাই পিন্ধা, এখন সৰু পাটৰ মোনাত ভৰাই থোৱা সেই অমূল্য স্মৃতিচিহ্ন তেওঁৰ ব্যগ্ৰ দৰ্শকবিলাকক উলিয়াই দেখুৱালে।

Anonymous

---